# সাহিত্য-প্ৰবেশ।




শ্ৰীবেণুধৰ ৰাজখোৱাৰ দ্বাৰা

প্ৰণীত।



শ্ৰীগণেশৰাম আগৰওৱালাৰ দ্বাৰা

প্ৰকাশিত।



১৮৯৫।

# PREFACE.

There was a time, when the Assamese tongue was breathing its dying breath. The Missionaries came, impelled by noble and philanthropic motives, and gave new life to the language. We ought to remain always grateful to them for this their inestimable service. A very concise history of the Missionaries in Assam, has been given at the close of the book.

It is found expedient to invent a certain mark to represent the proper sounds of *sh* and *s*. The sound of *s* may be represented by either চ or ছ, as is recognized by the etymology of the word. But this rule cannot be applied with advantage to those cases, where, by such doing, the word is likely to be materially affected, and the etymology seriously confounded. Considerations like the above have persuaded me to attach the mark ( ` ) to শ, ষ ( *sh* ) and স ( *s* ), to show that they should be pronounced as in Sanskrit. This mark may likewise be adopted in connexion with the letters চ and ছ to represent their Sanskrit sounds. Again, the sound of *o* is generally represented by the mark ( ' ) ; but this should be used, as in English, to imply, that a certain letter in the word is under-

stood. It is proper to employ the mark (¯) for the *o* sound.

In this world of complex circumstances, man often fails to carry a scheme into execution, as he contemplates it at the outset. This booklet is simply a crude product of my original design. There are numerous defects in these pages ; but, it is hoped, that the public will be indulgent in their opinions, remembering, first, that my accomplishments are imperfect and insufficient, and, secondly, that the Assamese language, although destined to become steady in some degree in no far distant period, scarcely passes its infancy at present.

Lessons of diverse character and interests have been introduced, so that selections may be made to suit the capacities of pupils in different classes

DIBRUGARH,
*7th July, 1895.*

BENUDHAR RAJKHOWA.

# পাতনি।

এনে এসময় আছিল, যেতিয়া অসমীয়া ভাষা মৃত্যু-শয্যাত পৰি আছিল। পাদুৰি চাহাব সকলে, মহৎ আৰু প্ৰেমপূৰ্ণ ভাবৰ দ্বাৰা উৎসাহিত হৈ আহি, তাক নতুন জীৱন দিলে। তেওঁবিলাকৰ এই মোল-নাইকিয়া কামৰ বাবে, আমি সদাই কৃতজ্ঞ থাকিব লাগে। পুথিৰ সামৰণিত, অতি সংক্ষেপেৰে, আসামৰ মিশ্যনাৰি ইতিহাস এটি দিয়া হৈছে।

'শ', 'ষ' আৰু 'স' এই কেইটি আখৰৰ সংস্কৃত মাত বুজাবলৈ, কোনো এটি নতুন চিন উলিয়াবৰ আৱশ্যক হেন দেখা গৈছে। 'স'ৰ মাত, চ বা ছ, যিটিয়েই শব্দৰ ধাতুঅনুসাৰে শুদ্ধ, তাৰেই বুজাব পাৰি। কিন্তু, তেনে কৰাত, যেতিয়া কোনো শব্দৰ ভিতৰুৱা লৰ ঘটিবৰ, বা মূলধাতুৰ বিশেষ বেমেজালি হবৰ সম্ভৱ, তেতিয়া সেই নিয়মটি সুচলমতে লগাব নোৱাৰি। এনেবিলাক কথা ভাবি, 'শ', 'ষ' আৰু 'স'ৰ সংস্কৃত মাত বুজাবলৈ, সেইবিলাকৰ ওপৰত এই চিনটি (`) ব্যৱহাৰ কৰিছোঁ। এই দৰে, 'চ' আৰু 'ছ'ৰ সংস্কৃত মাত বুজাবলৈও, এই চিনটিকে গ্ৰহণ কৰিব পাৰি। আৰু, ইংৰাজী Oৰ মাত দেখাবলৈ প্ৰায় এই চিন (') দিয়া হয়; কিন্তু, ইংৰাজীৰ দৰে, শব্দৰ কোনো এটি আখৰ লুপ্ত হৈ আছে, এই কথা বুজাবলৈ তাৰ প্ৰয়োগ কৰিব লাগে। Oৰ মাত বুজাবলৈ এই চিন (¯) লগোৱা উচিত।

এই বিষয়-জঞ্জালৰ সংসাৰত প্ৰায় দেখিবলৈ পোৱা যায় যে, মানুহে যিদৰে কোনো এটা কাম কৰিম বুলি প্ৰথমে মনত পাতে, তেনেকৈ তাক কৰি এঁটাব নোৱাৰে। পোনতে মোৰ মনত যেনে ভাব হৈছিল, এই সৰু পুথিখনি সেই ভাবৰ অসম্পূৰ্ণ কাৰ্য্য মাথোন। মোৰ এই পাত কেইটিত অনেক দোষ আছে; কিন্তু, আশা কৰোঁ, সৰ্ব্বসাধাৰণে তেওঁবিলাকৰ নিজৰ মত দিওঁতে, যেন ক্ষমাপ্ৰকাশ কৰে; কিয়নো, প্ৰথমতঃ, মোৰ বিদ্যা আৰু গুণ কম, আৰু দ্বিতীয়তঃ, অসমীয়া ভাষা অলপ থিত হবলৈ যদিও বহু কাল নাই, তথাপি সম্প্ৰতি, সি কেচুৱা অৱস্থা পাৰ হোৱা নাই বুলিব লাগে।

বেলেগ বেলেগ শ্ৰেণীৰ লৰাৰ নিমিত্তে উপযোগী পাঠ বাছি লব পৰা যাব, এই উদ্দেশ্যেৰে, পুথিখনিত বিবিধ ধৰণৰ পাঠ লিখা হৈছে।

ডিবৰুগড়।
২৪ আহাৰ, ১৮১৭ শঁক।

শ্ৰীবেণুধৰ ৰাজখোৱা।

# সূচী।

পিঠি।



[ যিবিলাক পাঠত তৰা-চিন আছে, সেইবিলাক পদ্য। ]

# সাহিত্য-প্ৰবেশ।

---

## ৰাতিপুৱা।

ৰাতিপুৱা কাল, চোৰাঁ কেনে ভাল,
পাতৰ টোপাল পৰে।
বায়ু জুৰ জুৰ, ধৰি ক্ষীণ সুৰ,
ফুলৰেণু চুৰ কৰে।
ৰৱ ৰং পাই, ডালত চৰাই,
সুমাত ফুটাই ডাকে।
ৰাতিপুৱা কাল, চোৰাঁ কেনে ভাল,
মন ফৰকাল থাকে।
আছে ফুল ফুলি, দেখি মন তুলি,
ভেমোৰা সমূলি ৰঙ্গী।
সবে পালে শাৰ, লুকাল এন্ধাৰ,
নোহোৱাঁ নিদ্ৰাৰ সঙ্গী।
কা-কা ৰৱ জুৰি, মাতে আহি উড়ি,
কলিয়া কাউৰী-জাতি।
পুৱা-আগমনী, পৰিল জাননী,
চপোৱাঁ শোৱনী পাটি।

---

[ ২ ]

## ৰাজহাঁহ।

মানুহে ৰাজহাঁহ পুহিবলৈ ধৰাৰ অনেক শ বছৰ হৈছে। এতিয়াও অসংখ্য বনৰীয়া ৰাজহাঁহ আছে; সেইবিলাকক দেও-ৰাজহাঁহ বোলে। এসময়ত যি ৰাজহাঁহে হাবিত মুকলিমূৰীয়াকৈ চৰি ফুৰিছিল, এতিয়া সিহঁতে ইমান পোহ মানিলে যে কবলৈ বাকি নাই। সিহঁতে মানুহলৈ নিচেই ভয় নকৰে, আৰু মাটি যেন শান্ত হল। সিহঁতে ঘৰৰপৰা আঁতৰি যাবই নোখোজে।

ৰাজহাঁহৰ, পোৱালিটোলৈ বৰ মৰম। পোৱালিক কোনোবাই আনিবলৈ বা ছুবলৈ গলে, ৰাজহাঁহে ডিঙ্গি মেলি খেদি আহে; আৰু সি খুঁটিবলৈ পালে, চাল ছিঙ্গি নিয়ে। পোৱালি-লগা ৰাজহাঁহৰ ওচৰত, সৰু লৰাক কেতিয়াও থব নোৱাৰি।

ৰাজহাঁহৰ খোজটো বৰ গহীন। সি ধীৰে ধীৰে আত্ম-সম্মানেৰে খোজ কাঢ়ে। তাৰ খোজ দেখিবলৈ ইমান গঢ়িত যে, কোনেও তাৰ প্ৰশংসা নকৰাকৈ থাকিব নোৱাৰে। বাস্তবিকে, খোজৰ বাবেই তাৰ, কবিৰ ওচৰত চিনাকি।

এনে কথা আছে, শিয়াল আহিলে, ৰাজহাঁহে বাপেকৰ কালৰ ধৰুৱা আহিছে বুলি ডিঙ্গি মেলি দিয়ে, আৰু শিয়ালে তেতিয়া তাক ধৰি লৈ যায়। ৰাজহাঁহ যে নিচেই অজলা, এই কথাটিয়ে কেৱল তাকে বুজায়। ইংৰাজবিলাকেও মূৰ্খ লোকৰ পটন্তৰ দিবলৈ হলে, ৰাজহাঁহৰ নাম কৰে।

ৰাজহাঁহে আমাক কলম যোগায়। যাক সকলোৱে মূৰ্খ বোলে, তাৰ পাখিৰে শত শত জ্ঞানীয়ে কিতাপ লিখে!

ইওৰোপত পাখি-কলমৰ ব্যৱহাৰ, চাৰি শ আৰু পাঁচ শ বছৰৰ ভিতৰৰপৰা চলিছে। ইংলণ্ডত ব্যৱহৃত হোৱা অধিক ভাগ, আয়লণ্ড, হেমবৰ্গ, আৰু হডচন অন্তৰীপৰপৰা আহিছিল। আমাৰ দেশত পাখি-কলম প্ৰচলিত হোৱাৰ অনেক কাল হোৱা নাই। আমাৰ মানুহে আগেয়ে, খাগৰিৰ কলমেৰে লিখিছিল। ৰুছিয়া আৰু পোলাণ্ড দেশত, কলমৰ নিমিত্তে জাঁকে জাঁকে ৰাজহাঁহ পোহা হয়। সেইবিলাকৰপৰা ইংলণ্ডলৈ অপৰ্য্যাপ্ত পাখিৰ আমদানী হয। সেণ্ট পিটাৰ্স্‌বৰ্গৰপৰা ৬ নিযুতৰপৰা ২৭ নিযুত পাখিৰ ৰপ্তানি হয়। কলমৰ নিমিত্তে যিমান ৰাজহাঁহ পোহা হয়, এইদৰে চালে তাক কিছু পৰিমাণে জানিব পৰা যায়।—এখন ডৌকাত পাঁচোটা ভাল পাখি হয়; আৰু নিয়মমতে পুহিলে, এটা ৰাজহাঁহৰ বছেৰেকত একুৰি পাখি হয়।

ৰাজহাঁহৰ সক সৰু কুঁহিপাখিবিলাকেৰে, তুলি, নিহালি আদি বস্তু সজা হয়। আগেয়ে, মানুহবিলাকে নিমৰ্ম্মিয়ালকৈ জীয়া ৰাজহাঁহৰ পাখি উঘালিছিল; কিন্তু আজি কালি কতো তেনে ৰীতি নাই। ৰাজহাঁহক মাৰি, তপতে তপতে তাৰ পাখি কাঢ়ি লোৱা হয়, কাৰণ অধিক বেলি হলে, পাখিৰ লেউ-সেউৱাভাৱ নাইকিয়া হয়, আৰু সি ঠৰঙা হৈ পৰে।

এতিয়া ৰাজহাঁহে কোৱা কবিতাটি শুনা যাওক।—

১

গহীনে মাটিত ভৰি দিওঁ মই,
কেতিয়াও খোজ উভ্ৰাৱল নোহে।

ঈশ্বৰ-সংসাৰ গহীনতাময়,
গহীনাই খোজ কাঢ়োক মানুহে।

২

মাতোঁ, কণ্ঠ তুলি স্বৰ্গ-উদ্দেশেৰে,
সাহসী, নিৰ্ম্মল, অবিকৃত মাত।
কওক মানুহে নিৰ্ভয় কণ্ঠেৰে,
সত্যকথা, চিন্তি স্বৰগৰ বাট।

৩

মূৰ্খ মই, তেও নিজৰ পাখিৰে,
লেখক-জনৰ কৰোঁ কত হিত!
হওক মানুহ মূৰ্খ মোৰ দৰে,
আনৰ মঙ্গল সাধি পৃথিবীত।

---

## মৈৰা।

মৈৰা বৰ শুৱনী চৰাই। ইয়াৰ পাখিৰ বৰণ এনে মৰমলগা যে, তাক দেখিলে, তাতে চকু লাগি ৰয়। হিন্দুবিলাকৰ মতে মৈৰাক মাৰিব নেপায়। তেওঁবিলাকে তাৰ অনুপম সৌন্দৰ্য্য দেখি, এনে ভাব কৰে। বাস্তবিকে যি ডোখৰ ঠাইত মৈৰা থাকে, তাত মন গহীন লাগে। মৈৰাই যেতিয়া নেজেৰে চালি ধৰি অপূৰ্ব্ব শোভাবিস্তাৰ কৰে, তেতিয়া যেন মনক কিহবাই স্বৰ্গলৈ টানি নিয়ে, আমাৰ এনে বোধ হয়। আমাৰ মানুহে

কয়, তেতিয়া তাৰ নেজত দেৱতা অধিষ্ঠিত হয়। মটা মৈৰা-বিলাকে হে গড়িতকৈ চালি ধৰিব জানে, মাইকীবিলাকে অলপকৈ মাথোন ধৰে। মাইকীবিলাক দেখিবলৈও বৰ ৰূপহী নহয়। হিন্দুৰ মতে মৈৰা কাৰ্ত্তিকৰ বাহন। শ্ৰীকৃষ্ণে গোকুলত গৰু চৰাওঁতে, মূৰত মৈৰাপাখি পিন্ধিছিল।

এই ধুনীয়া চৰাইক, প্ৰতাপী ৰজা সোলোমনে পূব আৰু দক্ষিণ দিকৰপৰা পেলেষ্টিনলৈ নিয়াইছিল। প্ৰাকৃতিক ইতিহাসৰ নিমিত্তে, তেওঁৰ বৰ ৰুচি আছিল, আৰু জাহাজ-বিলাকে, তিনি বছৰত এবাৰকৈ গৈ, পৃথিবীৰ অনেক দূৰ দেশৰপৰা নানা বহুমূলীয়া আৰু আশ্চৰ্য্য পদাৰ্থ আনে গৈ। সোণ, ৰূপ, হাতীদাঁত, বান্দৰ আদিৰ লগত, জাহাজত মৈৰাও অনা হয়। ইওৰোপলৈ এই চৰাই, প্ৰথমে মিডিয়া অৰ্থাৎ পাৰস্য দেশৰপৰা গৈছিল; সেই দেখি ইওৰোপৰ আগৰ মানুহবিলাকে ইয়াক 'মিডিয়াৰ চৰাই" বুলিছিল।

আমাৰ দেশৰো আগৰ মানুহবিলাকে এই চৰাইক বৰ আদৰ কৰিছিল। ইয়াৰ দাম বহুত বেচি আছিল। আমি সাধুকথাত শুনিবলৈ পাইছোঁ, কোনো এজন ভালমানুহৰ লৰাই, দুখত পৰি, নিজ ঠাই এৰি দূৰলৈ গৈ, বিদেশত ফুৰি-ছিল; তেওঁ এক ৰজাৰ ৰাজ্য পালে গৈ; তাতে ৰজাৰ মালি-নীৰ ঘৰত আশ্ৰয় ললে। মালিনীৰ বুদ্ধিত তেওঁ এক সুন্দৰ জীবিকাৰ উপায় কৰিছিল। তেওঁ গধূলি, মৈৰা থকা ঠাইত কিছুমান আধৈ চেটিয়াই থৈ আহে গৈ। মৈৰাবিলাকে আধৈ খাবলৈ কাড়া-আজোৰা কৰে। এইদৰে দন্দ কৰোঁতে, মৈৰাৰ অনেক পাখি সৰে। পাচ দিনা ৰাতিপুৱা, তেওঁ সেই পাখি-

বিলাক বুটলি আনি বজাৰত বেচি ধন উলিয়াইছিল। মৈৰা-পাখিৰ আদৰ এতিয়াও অলপ আছে। মৈৰাপাখিৰে টুপি, বিচনি আদি অনেক বস্তু সজা হয়। গ্ৰীচ আৰু এছিয়া মাইনৰত বহুত দিনলৈকে মৈৰাৰ বৰ মান আছিল; আৰু ডাঙৰ মানুহ-বিলাকে অনেক টকা দি মৈৰা কিনিছিল। পেৰিক্লিচৰ দিনত এটা মানুহে মৈৰা পুহিছিল। সি মানুহবিলাকক মৈৰা দেখাই, বহুত সম্পত্তি কৰিলে। অনেক দৰণি-বাটৰ মানুহ আহিছিল। এনে জনবব আছে, আলেকজাণ্ডৰে সিন্ধু নৈৰ পাৰত মৈৰাবিলাক দেখি ইমান আচৰিত হল যে, তেওঁ সকলোকে শুনাই দিলে, যি কোনোৱে সিহঁতৰ এটাকো মাৰিব, তাৰ উগ্ৰ শাস্তি হব।

বাঢৈবিলাকে নানা কাম কৰি কাঠৰ মৈৰা সাজে। মানুহে ভাল ভাল বস্তুত মৈৰাৰ মূৰ্ত্তি আঁকি থয়। কোনো কোনো ধনীৰ টিঙত মৈৰাৰ মূৰ্ত্তি সজা থাকে। দিল্লিৰ সম্ৰাট শাজাহানৰ এখন সুপ্ৰসিদ্ধ ময়ূৰাসন আছিল। আসনত এ-কৰ বহল নেজেৰে এটা মৈৰা সজা আছিল। তাৰ চাৰিও-পিনে উজ্জ্বল হীৰা আদি পাথৰ আছিল। পাথৰত নানা বৰ্ণৰ বহুমূলীয়া মণি পতোৱা হৈছিল। ময়ূৰাসন সাজোঁতে, প্ৰায় চাৰে ছয় কোটি টকা খৰচ হয়।

মৈৰাই পোক পৰুৱা খায়। মৈৰা সাপৰ পৰম শত্ৰু। ইহঁতে সাপক দেখা মাত্ৰে ধৰি খায়।

মৈৰাৰ পাখিৰ সাজটো যিমান চিকুণ, মাতটো সিমান কুৰূচ। বাস্তবিকে, তাৰ মাতটো একেবাৰে শুনিবৰ মন নোযোৱা, আৰু কৰ্কশ। মানুহে মৈৰাৰ ঠেংকেইটাও বৰ

এলাগী বুলি কয়। কিন্তু তাৰ ঠেং অসুন্দৰ হলেও অৱস্থাৰ উপযোগী। মৈৰাৰ বলৰ বিষয়ে, এটা আচৰিত গল্প আছে। এটা সুশ্ৰী, ভৰ-বয়সৰ মৈৰা, পথাৰত এটা খেৰৰ মেজিৰ ওপৰত আহি পৰিল। মেজিৰ গিৰিহঁতে, তাক খেদাই দিবলৈ তাৰ সৰু পুতেকটোক পঠিয়ালে। সি আহি মৈৰাৰ ঠেংটোত ধৰি ললে। মৈৰাই তৎক্ষণাৎ, লৰাটোক লৈ পাখি মেলি উড়া মাৰি অনেক দূৰত পৰিল গৈ। লৰাটোৰে একো দুখো নেপালে, ভয়ো নেখালে।

---

## লৰালৈ উপদেশ।

যেতিয়া তেতিয়া তুমি হবা সঁচলীয়া।
সত্যৰ সমান ভাল একো নাইকিয়া।
মিছা কথা অসঙ্গাতী ;
নুকূৰিবা মিছা মাতি।
তেনেহলে চিৰকাল থাকিবা সুখীয়া।

পিতৃৰ মাতৃৰ কথা পালিবা সদাই।
নহবা অভাৰি, হাক-বচন পেলাই।
তেওঁলোকে চিন্তে নিত,
কেৱল তোমাৰ হিত।
কৰিবা যিহকে কয়, নুসুধি দুনাই।

ভাই বা ভনীৰে সৈতে নকৰি কন্দল,
পজাঘৰ পাতি লবা, মৰমৰ থল।
প্ৰীতিভাৱে কাল কাটি,
আনিবা মনৰ শান্তি।
ইটিয়ে সিটিৰ প্ৰতি থাকিবা সবল।

কৰিবা সঙ্গীৰে সৈতে ভাল ব্যৱহাৰ।
মন-কথা খুলি কবা বন্ধুক তোমাৰ।
আনৰ সম্মান শিকি,
ফুৰিবা সদাই ৰাখি।
অবচন নুবুলিবা কেতিযাও কাৰ।

জ্ঞানৰ পোহৰ দিছে যিজনে তোমাক,
সম্ভ্ৰম কৰিবা তেনে হিতৈষী ওজাক।
তেওঁৰ অপ্ৰিয় কাজ,
কৰিবা মনৰ বাজ।
নোবোলাবা অশলাগী তুমি আপোনাক

সেই ঈশ্বৰত দৃঢ় ৰাখিবা ভকতি,
যিজনে তোমাক দিছে বিবেক, শকতি।
অসীম কৃপাত যাৰ,
পোৱা তুমি নিৰন্তৰ,
থাটিবলৈ দিন আৰু জিৰাবলৈ ৰাতি।

---

# কুলি।

কুলিয়ে কণি উমাই নিজে পোৱালি নজগায়। তাই আন আন চৰাইৰ বাহত, লুকাই কণি পাৰি থয় গৈ। কাউৰীৰ বাহত কুলিয়ে কণি পাৰে বুলি, আমাৰ দেশৰ আটায়ে জানে। যদি কুলিয়ে বাহত আন কণি দেখে, তেনেহলে তাক কুলিয়ে পাৰিছে বুলি ভাব কৰে। সি যেনে হওক, বাহত কুলিৰ পোৱালিক অকলে থকা দেখা যায়; তোলনীয়া মাকে তাক বৰ যত্নেৰে পোহপাল দিয়ে। ডাক্তৰ জেন্নাৰ* চাহাবে এই দৰে কৈছে :—

দেখা গৈছে, যিবিলাক সৰু সৰু চৰাইৰ বাহত কুলিয়ে কণি পাৰে, তাহাঁতে পাৰোঁতে তিন দিন কি চাৰি দিন কৰে, আৰু যেতিয়া তিনটা কি চাইটা কণি পাৰে, তেনে সময়তে, কুলিযে তাইৰ অভিপ্ৰায় সাধে। প্ৰায় কুলিৰ পোৱালি আগে জগে, বাকি কণিবিলাক আৰু, থাকিলে, পোৱালিকো বাহৰপৰা গুচাই দিয়া যায়। আচৰিত কথা, এইটো কাম নকৈ জগা পোৱালিটেই কৰে; জগাৰ পাচ দিনাই সি এনে কাম কৰিব পৰা বলী হয়। তেতিয়া সি বুঢ়া বুঢ়ীয়ে আনি দিয়া টোপ অকলৈ খাবলৈ পায়। তেওঁ আৰু কয় :—

কুলিৰ এনেকুৱা আচৰিত ব্যৱহাৰৰ অৰ্থ কি? তাৰ কাৰণ এনেকুৱা হব নোৱাৰে নে? কুলিয়ে কম দিন মাথোন আমাৰ ইয়াত থাকিবলৈ পায়, আৰু সেই কালৰ ভিতৰতে, প্ৰাকৃতিক আদেশ মতে, পৰিয়াল ডাঙ্গৰ কৰিব লাগে। কুলিৰ অহাৰ

* Dr Jenner.

কেইবা সপ্তাহৰ পাচত হে, তাইৰ কণি পাৰিবলগীয়া হয়; সেই মাহৰ মাজভাগৰ আগেয়ে প্ৰায় নহয়। পোৱালি জগাওঁতে, উমনীয়া চৰাইৰ এক পক্ষ কাল হয়। কুলি-পোৱালি উড়নীয়া হবলৈ সাধাৰণতঃ তিনি সপ্তাহ লাগে; তাৰ পাচেও তোলনীয়া মাকে তাক পাঁচ সপ্তাহ খুৱাই থাকে।

ভাৰতবৰ্ষৰ কবিবিলাকৰ মাজত, কুলি এটি আদৰৰ চৰাই। ইয়াৰ মাত শুনিবলৈ বৰ মিঠা। কুলিৰ বৰণ কাউৰীৰ নিচিনা কলা। কিন্তু ৰূপে কি কৰিব, গুণে যি কৰিব পাৰে! আমে কুঁহি মেলে; কুলিয়ে তাক খাই চিকুণ সুৰেৰে গান কৰে। ইংলণ্ডত কুলি, এপ্ৰিল মাহৰ মাজভাগত, ছুভাগটি, ১৭ তাৰিখে ওলায়। আমাৰ দেশত, এপ্ৰিলৰ পহিলা তাৰিখে, কুলি দেখিবলৈ পোৱা যায়। অতএব, দেখা যায়, বসন্তৰ শেষভাগত হে কুলিয়ে দেখা দিয়ে। কুলিৰ কাল-ভাগ এই দৰে কৰিব পাৰি :—

বছৰৰ এপ্ৰিল আহিল,
কুলি আম-ডালত পৰিল।

সেইত আনন্দে কুলি,
গান কৰে কণ্ঠ তুলি।

তাৰ পাচে জুন হয়,
কুলিয়ে ন মাত লয়।

জুলাই ওপজে, জুন মাহ মৰে,
উড়িবলৈ কুলি পাখি সাজু কৰে।

জুলাই-শেষত আগষ্ট গুলায়,
আম-ডাল এৰি কুলি উড়ি যায়।

---

## গাধ, গৰু, আৰু খেতিয়ক।—আৰব্য উপন্যাস।

কোনো এটা খেতিয়কৰ, জন্তুৰ মাত বুজিব পৰা শক্তি আছিল। এদিন সি, তাৰ এটা গৰুৱে গাধ এটাক সম্বোধন কৰি এইদৰে কোৱা শুনিবলৈ পালে, "বন্ধু! তুমি বৰ সুখীয়া। গিৰিহঁতে তোমাৰ গা মলে, ধূলি-বোকা গুচায় আৰু তোমাক খাবলৈ উত্তম আহাৰ দিয়ে। কামৰ ভিতৰত, তুমি তেওঁক পিঠিত তুলি থম্তেক অলৈ-তলৈ যোৱা।" তাতে গাধই উত্তৰ দি কলে, "তুমি নিচেই নিৰ্ব্বোধ। মোৰ উপদেশ শুনা, তোমাৰো সুখ হব। কাইলৈ ৰাতিপুৱা হলে তুমি গোহালিত বিচেষ্টা হৈ পৰি থাকিবা। যেতিয়া গিৰিহঁতক অহা দেখিবা, ঠেং এছাৰিবলৈ ধৰিবা, আৰু মুখে দি ফেন কাঢ়িবা। এইদৰে নৰিয়াৰ ভাও ধৰি তুমি কাম নকৰাকৈ থাকিব পাৰিবা।" পাচ দিনা ৰাতিপুৱা, গৰুৱে অবিকল তেনে আচৰণ কৰিলে। ইয়াকে দেখি, খেতিয়কে গৰুক এৰি থৈ, গাধক নি হালত জুৰিলে গৈ। গাধই লোকক দুষ্ট বুদ্ধি দি সমুচিত শাস্তি পালে।

---

## এক স্বামী আৰু ভাটৌ ।—আৰব্য উপন্যাস।

কোনো এটা মানুহৰ এজনী গুৱনী তিৰোতা আছিল। সি তাইক বৰ ভাল পাইছিল, আৰু এখন্তকো চকুৰ আঁৰত নথৈছিল। এদিন বিশেষ কাৰ্য্যোপলক্ষে বিদেশলৈ যাবলগীয়া হোৱাত, সি এখন চৰাই-বজাৰলৈ আহিল, আৰু এটি গুণৱন্ত ভাটৌ কিনিলে। ভাটৌটোৱে মানুহৰ নিচিনাকৈ স্পষ্টকৈ কথা কব পাৰে, আৰু তাৰ চকুৰ আগত যি যি ঘটনা হয়, সকলোৰে বৰ্ণনা দিব পাৰে। সি তাক ঘৰলৈ আনি, যত্নেৰে প্ৰতিপালিত কৰিবলৈ ঘৈণীয়েকক কৈ, বিদেশৰ অভিমুখে যাত্ৰা কৰিলে। সি ঘৰলৈ উভতি আহি, ভাটৌটোৰ মুখৰ পৰা, ঘৈণীয়েকৰ চৰিত্ৰৰ বিৰুদ্ধে নানা কথা শুনিবলৈ পালে। সি তেতিয়া ঘৰৰ অটাইবিলাক মানুহকে সুধিলে, কিন্তু সকলোৱে শপথ কৰি আসৈ মাতিলে, আৰু ভাটৌক মিছলীয়া পাতিলে।

তাৰ ঘৈণীয়েকে, স্বামীৰ মনৰ সন্দেহ সমূলি গুচাবলৈ চেষ্টা কৰিলে, আৰু ভাটৌৰ ওপৰত প্ৰতিশোধ লবলৈ স্থিৰ কৰিলে। স্বামী আকৌ এবাৰ বিদেশলৈ গল। তাইৰ হুকুম অনুসাৰে, এটা বন্দীয়ে ৰাতি ভাটৌটোৰে সজাৰ তলত এখন জাঁত ঘূৰাই থাকিবলৈ ধৰিলে। দ্বিতীয় এটাই বৰষুণপৰাৰ দৰে সজাটোৰ ওপৰত পানী চেটিয়াবলৈ ধৰিলে। তৃতীয় এটাই এখন দাপোণেৰে চাকিৰপৰা প্ৰতিবিম্ব ধৰি তাৰ চকুত পোহৰ পেলাই আছিল। পাচ দিনা, স্বামী উভতি আহি ঘৰ পালে, আৰু ভাটৌক পূৰ্ব্বৰ দৰে প্ৰশ্ন কৰিলে। ভাটৌৱে কলে, "হে প্ৰভু! কালি ৰাতি বজ্ৰ, বৰষুণ আৰু বিজুল

হোৱাত, মই একেবাৰে বিচেষ্টা হৈ আছিলোঁ।” স্বামীয়ে মনত তৰ্কিলে, “কালি ৰাতি বজ্ৰ, ৰৰষুণ আৰু বিজুলী একো হোৱা নাই; ই অৱশ্যে মিছা কথা কৈছে। আৰু এইদৰে আগৰ বাৰো ই মিছাকৈ মোৰ তিৰোতাৰ অপবাদ কৰিছে।” সি ভাটৌটোক সজাৰপৰা উলিয়াই, তাৰ প্ৰাণবধ কৰিলে। কিছু কালৰ পাচে, ওচৰচুবুৰীয়াবিলাকৰপৰা সি শুনিবলৈ পালে যে তাৰ ভাটৌ বাস্তবিকে সত্যবাদী। সি তেতিয়া নিজৰ অবিমৃশ্যকাৰিতাক দূষি, অনুতাপ কৰিবলৈ ধৰিলে।

---

## সবাতো অধিক ভয় ৰাখিবা নিজকৈ।

কাঁইট-নিচিনা দাঁত চোকা চোকা তাৰ।
দুৱাৰ-নিচিনা মুখ, ভীষণ আকাৰ।
লোভত, নোৱাৰে তাক জিনিব ডাইনী।
হাঙৰ নামেৰে সিটো, সমুদ্ৰৰ প্ৰাণী।

এন্ধাৰত জ্বলে চকু, কৰি তিৰবিৰ—
ভয়ত বনৰ জন্তু সদাই অস্থিৰ।
দেখোঁতা-জনৰ, হায়, শোহে কণ্ঠৰস।
বাঘ নাম তাৰ,—কৰে অৰণ্যত বাস।

শিলৰ শৰীৰ, মহা-অগ্নিৰ আলয়:
প্ৰবল শব্দেৰে বস্তু কৰে ভস্মময়।
সকলো মানুহে তাক বোলে ইন্দ্ৰ-শৰ।
বজ্ৰ নাম ধৰে সিটো,—আকাশত ঘৰ।

জল, স্থল, আকাশৰ জুৰি সৰ্ব্ব ঠাই
হিংস্থক পদাৰ্থ বাস কৰে কত হায়।
মানব ! ৰাখিবা তুমি ভয় ইবোৰলৈ—
সবাতো অধিক ভয় ৰাখিবা নিজলৈ !

---

## স্যমন্তকোপাখ্যান।*

নিম্ন ৰজাৰ দুজন পুতেক আছিল, প্ৰসেন আৰু সত্ৰাজিত। এদিন সত্ৰাজিতে সাগৰৰ পাৰত গৈ সূৰ্য্যস্তুতি কৰিলে। তেওঁ এক মনেৰে স্তুতিবাদ কৰাত, সূৰ্য্য আহি তেওঁৰ আগত থিয় হল। সূৰ্য্যৰ অস্পষ্ট মূৰ্ত্তি দেখি, সত্ৰাজিতে সূৰ্য্যক কলে, "মই আপোনাক আকাশত যেনে জুইকুৰৰি নিচিনা দেখিছিলোঁ, আপুনি এতিয়া আগত থকাতো তেনে দেখিছোঁ। মই আপোনাৰ অনুগ্ৰহৰ প্ৰভেদ একো দেখা নাই।"

এনে কোৱাত, ভগবান সূৰ্য্যদেৱে, নিজ কণ্ঠৰপৰা স্যমন্তক নামৰ মণি সোলোকাই একাষত নমাই থলে। তেতিয়া সত্ৰাজিতে, তেওঁৰ অলপ-তামবৰণীয়া আৰু জলমলীয়া শৰীৰ, আৰু অলপ-পিঙ্গল বৰণৰ চকু দেখিবলৈ পালে; আৰু প্ৰণিপাত কৰি স্তৱ কৰিবলৈ ধৰিলে। সূৰ্য্যদেৱে সত্ৰাজিতক কলে, "তোমাৰ অভিমত বৰ লোৱাঁ।" সত্ৰাজিতে সেই শ্ৰেষ্ঠ মণিৰত্ন খুজিলে। সূৰ্য্যে তাকে দি আকাশৰ নিজ ঠাইলৈ উঠি গল।

---

* মূল সংস্কৃত বিষ্ণুপুৰাণৰপৰা ভাঙনি।

সত্রাজিতে কণ্ঠত সেই নিকা মহামণি পিন্ধি, সূৰ্য্যৰ দৰে ৰশ্মিৰে দিগ্-দিগন্ত পোহৰ কৰি দ্বাৰকাত সোমাল।

দ্বাৰকাৰ মানুহবিলাকে তেওঁক অহা দেখি, শ্ৰীকৃষ্ণক প্ৰণিপাত কৰি কলে, "হে প্ৰভু! আপোনাক চাবলৈ নিশ্চয় সূৰ্য্য আহিছে।" এনে কোৱাত ভগবন্তে হাঁহি কলে, "এওঁ সূৰ্য্য নহয়, সত্ৰাজিত; সূৰ্য্যে দিয়া স্যমন্তক মহামণি পিন্ধি ইয়ালৈ আহিছে। তেওঁক নিঃশঙ্ক হৈ চোৱাঁ।" ইয়াকে শুনি সকলো গল।

সত্রাজিতে স্যমন্তক মহামণি নিজৰ ঘৰত থৈ দিলে। সেই মণিয়ে প্ৰতিদিনে আঁঠ ভাৰ * সোণস্ৰাৱ কৰে। তাৰ প্ৰভাৱত অনাবৃষ্টি, হিংস্ৰক জন্তু, চোৰ, আকাল আদিৰ ভয় নেথাকে।

সেই মণি উগ্ৰসেন ৰজাৰ যোগ্য ভাবি, কৃষ্ণে তাক লবৰ লোভ কৰিলে। কিন্তু জ্ঞাতিবিৰোধৰ ভয় কৰি, লব পাৰিও নললে।

সত্রাজিতেও, কৃষ্ণে স্যমন্তকৰ লোভ কৰিব বুলি জানি, তাক প্ৰসেনক দিলে। যদি শুচিভাৱে সেই মণি পিন্ধা যায়, তেনেহলে সি সোণস্ৰাৱ কৰে, আৰু অনেক গুণ-উৎপাদন কৰে, নহলে যি তাক পিন্ধিব, তাকে বধ কৰিব। প্ৰসেনে মৃগয়াৰ নিমিত্তে, ঘোড়াত উঠি, কণ্ঠত স্যমন্তক মণিৰে অৰণ্যলৈ গল। তাত সিংহৰ দ্বাৰা তেওঁৰ বধ হল। সিংহে, ঘোড়াকে তেওঁকে মাৰি পৰিষ্কাৰ মণিৰত্ন মুখত লৈ যাবৰ উদ্যোগ কৰিলে, এনেতে ভালুকৰ ৰজা জাম্ববানে তাক দেখিলে, আৰু বধিলে।

---

* ভাৰৰ জোখ :—৫গুঞ্জ=১মাষ; ১৬ মাষ=১ কৰ্ষ, ৪ কৰ্ষ=১পল; ১০০ পল=১তুলা; ২০ তুলা=১ভাৰ।

জাম্ববানেও সেই নির্ম্মল মণিৰত্ন লৈ নিজৰ গাঁতত সোমাল, আৰু তাক সুকুমাৰক নামৰ পুতেকক উমলিবলৈ দিলে।

প্ৰসেনক উলটি নহা দেখি, কৃষ্ণে মণিৰত্ন পাবলৈ অভিলাষ কৰিছিল, কিন্তু নেপালে, নিশ্চয় এইটো তেওঁৰ কাম, প্ৰসেনক আনে মৰা নাই, এই বুলি যদুবংশৰ সকলোৱে কণাকাণি কৰিবলৈ ধৰিলে।

এই অপবাদ শুনিবলৈ পাই, শ্ৰীকৃষ্ণে লগত অনেক সৈন্য লৈ প্ৰসেনৰ ঘোড়াৰ খোজে খোজে গল, আৰু সিংহে মাৰি থোৱা ঘোড়া আৰু প্ৰসেনক দেখিলে। সিংহৰ খোজ দেখাত, সকলো মানুহৰ, কৃষ্ণৰ ওপৰত হোৱা সন্দেহ গুচিল। কৃষ্ণে সিংহৰ খোজ অনুসৰণ কৰিলে। অলপ বাট গৈয়েই, তেওঁ ভালুকে বধা সিংহকো দেখিবলৈ পাই, মণিৰ আদৰত ভালুকৰ খোজ ধৰি গল। সকলো যদুসৈন্যক পৰ্ব্বতৰ দাঁতিত থৈ, তেওঁ খোজ নিহালি গৈ গাঁতত সোমাল। আধা সোমায়েই, তেওঁ ধায়ে এই বুলি সুকুমাৰকক নিচুকুওৱা কথা শুনিবলৈ পালে,—

সিংহ বধে প্ৰসেনক, জাম্ববানে বধিলে সিংহক।
সুকুমাৰক! নেকান্দাঁ, তোমাৰ ই মণি স্যমন্তক॥

এই কথা শুনি, স্যমন্তকৰ বৃত্তান্ত জানিব পাৰি, কৃষ্ণে ভিতৰ সোমাই দেখিলে গৈ, ধায়ে, হাতত ৰশ্মিৰে উজ্জ্বল স্যমন্তক মণি লৈ লৰা ওমোলাইছে। ধায়ে, স্যমন্তকৰ লোভ বুজোৱা চকুৰে অপূৰ্ব্ব পুৰুষক দেখি ভয়ত, ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ বুলি চিঞৰিবলৈ ধৰিলে।

জাম্ববানে আৰ্ত্তনাদ শুনি খঙ্গত জ্বলি আহিল। দুইৰো যুঁজ লাগিল। যুঁজত একইছ (১) দিন যায়। যদুসৈন্যবিলাকে, কৃষ্ণ ওলাব বুলি আঁঠ দিন (২) বাট চালে। তেওঁক নোলোৱা দেখি, গাঁতত এওঁৰ নিশ্চয় নাশ হব পায়, নহলে শত্ৰুজয় কৰোঁতে ইমান দিন লাগিব কিয়, ইয়াকে ঠিক কৰি, সিহঁত দ্বাৰকালৈ উলটি, কৃষ্ণ মৰিল বুলি উলিয়াই দিলে। তেওঁৰ বন্ধুবান্ধৱে, মৰণত কৰিবলগীয়া, শৰাধ আদি সকলো প্ৰেত-কাম কৰিলে। কৃষ্ণলৈ ভক্তি থকাত, সৈন্যবিলাকে উলটিবৰ সময়ত, চাউল পানী আদি আহাৰ থৈ আহিছিল। সেইবিলাক আহাৰৰ দ্বাৰা যুঁজত কৃষ্ণৰ বলপ্ৰাণৰ পুষ্টি হৈছিল। অনুদিন অতি বলবন্ত পুৰুষৰ আঘাতৰ দ্বাৰা অঙ্গপ্ৰত্যঙ্গ জৰ্জ্জৰিত হোৱাত, আৰু অনাহাৰত, জাম্ববান শক্তিহীন হল। কৃষ্ণৰ দ্বাৰা পৰাজিত হৈ, জাম্ববানে প্ৰণিপাত কৰি কলে, "দেৱ, দানব, যক্ষ, গন্ধৰ্ব্ব, ৰাক্ষস আদিয়েও আপোনাক জিকিব নোৱাৰে, পৃথিবীত থকা আমাৰ নিচনা অল্পবীৰ্য্য প্ৰাণীৰ কথা কি! অৱশ্যে আপুনি, মোৰ প্ৰভু নাৰায়ণৰ অংশেৰে হৈছে।" কৃষ্ণে ৰং পাই, জাম্ববানৰ পিঠিত হাত বুলাই যুঁজৰ ভাগৰ গুচালে। জাম্ববানে কৃষ্ণক আৰু প্ৰসন্ন কৰি, কৃষ্ণ উলটিবৰ সময়ত, জাম্ববতী নামৰ নিজৰ জীয়েকক তেওঁৰে বিয়া দিলে, আৰু সেয়ে যেন আগমন-কালৰ পূজা-বিধি হল। জাম্ববানে প্ৰণিপাত কৰি, তেওঁক স্যমন্তক মণিও দিলে।

---

(১) শঙ্কৰদেৱে কীৰ্ত্তনত আঁঠাইছ দিন বুলি লিখিছে।

(২) কীৰ্ত্তনত বাৰ দিন আছে।

তেনেকুৱা প্ৰণতজনৰপৰা মণি লোৱা অনুচিত হলেও, কৃষ্ণে তাক আত্মশুদ্ধিৰ নিমিত্তে ললে, আৰু জাম্বৱতীৰে সৈতে দ্বাৰকালৈ আহিল।

কৃষ্ণৰ অহাত, দ্বাৰকাবাসীৰ অতুল আনন্দ হল। তেওঁক দেখা মাত্ৰকে, বুঢা মানুহো যেন ডেকা হল। বসুদেৱ, আন যাদৱবিলাক আৰু তিৰোতাবিলাকে তেওঁবিলাকৰ ভাগ্যৰ প্ৰশংসা কৰি, কৃষ্ণক আদৰ-সমাদৰ কৰিলে।

কৃষ্ণে সকলো যাদৱবিলাকৰ আগত, যেনে যেনে ঘটনা হৈছিল, সেইবিলাকৰ আনুপূৰ্ব্বিক বৰ্ণনা কৰিলে। তেওঁ সত্ৰাজিতক স্যমন্তক দি মিছা কলঙ্কৰপৰা মুক্তি পালে, আৰু জাম্বৱতীক অন্তঃপুৰলৈ নিলে।

---

## তোপনি।

পবিত্ৰ ঘামেৰে শৰীৰ তিয়াই,
বনুৱা উভতি আহি ঘৰ পায়;—
শান্তি লভে তেওঁ কোলাত তোমাৰ,
পাহৰি সকলো দুখ বা বেজাৰ।

ভাবুকৰ মন বিচেষ্টা, অথিৰ;
একোতে নেপায় ভাবনাৰ তীৰ;
নিচুকুৱাঁ আহি তুমি সিজনক,
চকু ঢাকি যেনে মাতৃয়ে পুত্ৰক।

পাপীয়ে আলচে ঘোৰ কুমন্ত্ৰণা,
অশেষ পাপৰ কৰে আৰাধনা ;
তলনৈ হাওলে পাপৰ ভৰত,
ক্ৰলা চিন তাৰ বিচৰে মুখত ;

তুমিয়ে লুকুৱাঁ ক্ষণকাল তাৰ
সকলো দুশ্চিন্তা, আকৃতি এন্ধাৰ।
তোমাৰ ছুঁয়াত জীৱন, গুৱনী।
হাত যোৰোঁ, মোক নেৰিবা, তোপনি !

---

## দশোপদেশ।

১। জ্ঞানীৰ উপদেশ নোপোৱাকৈ কোনো জ্ঞানী হব নোৱাৰে।

২। ধৰ্ম্মহীন জীৱন, আৰু শাহ নাহঁকিয়া খোলা একে কথা।

৩। পাপহীন মন প্ৰফুল্ল থাকে।

৪। জোনৰ কলঙ্ক আছে, ধাৰ্ম্মিকৰ কলঙ্ক নাই।

৫। ঈশ্বৰৰ অবিচাৰ নাই।

৬। জ্ঞানৰ পোহৰ পূৰ্ণজোনৰ পোহৰতকৈ বেচি।

৭। জীৱনৰ লক্ষ্য ঠিক কৰি লবা।

৮। যত উপদেশ নেথাকে, তাত ৰসিক কথা বুলিব নোৱাৰি।

৯। অজ্ঞানতাতকৈ অলপজ্ঞান বেয়া।

১০। ধৈৰ্য্য সকলো অমঙ্গলৰ ঔষধ।

---

## এক জালোৱাই।-আৰব্য উপন্যাস।

কোনো এটা জালোৱায়ে মাছ মাৰি থাকোঁতে, জালত এবাৰ এটা পিতলৰ পাত্ৰ উঠিল। পাত্ৰৰ মুখত নিসন্ধিকৈ সোপা লগোৱা আছিল। জালোৱায়ে পাত্ৰটো বামলৈ তুলি, ভিতৰত কি আছে চাবৰ মনেৰে, সোপাটো গুচাই দিলে। তেতিয়া তাৰ ভিতৰৰপৰা, ওপৰলৈ ধোৱঁা ওলাবলৈ ধৰিলে, আৰু ক্ৰমে চক্ৰাকাৰেৰে উধাই গৈ আকাশ লজ্ঘিলে। তেতিয়া সেই ধোৱঁাবিলাকে এটা ভয়ানক দৈত্যৰ মূৰ্ত্তি-পৰিগ্ৰহ কৰি, জালোৱাইৰ সম্মুখত থিয় হল, আৰু তাক কবলৈ ধৰিলে, "মই ঈশ্বৰৰ বিদ্ৰোহাচৰণ কৰিছিলোঁ, আৰু ধৰ্ম্মবীৰ সৌলোমনৰ বশ্যতা-স্বীকাৰ নকৰিছিলোঁ। সেই অপৰাধত, তেওঁ প্ৰধান মন্ত্ৰীৰ পুতেক আসাফক মোক দণ্ড দিবৰ নিমিত্তে আদেশ কৰে। আসাফৰ দ্বাৰা পৰাজিত হোৱাত মোৰ এই অৱস্থা ঘটিল। মোক পাত্ৰটোৰ ভিতৰত সুমাই, সৌলোমনে নিজে তাৰ মুখত নাম-মোহৰ কৰি দিলে, যাতে তাক ভাঙ্গিবলৈ মোৰ শক্তি নেথাকে। মই প্ৰতিজ্ঞা কৰিলোঁ, প্ৰথম শতাব্দীৰ ভিতৰত যেয়ে মোক উদ্ধাৰ কৰিব, মই তাক প্ৰভূত ধনৰ অধিপতি কৰিম; কিন্তু সেই কালৰ ভিতৰত কোনেও মোৰ মুক্তি নিদিলে। তাৰ পাচত শপথ কৰিলোঁ, দ্বিতীয় শতাব্দীত যেয়ে মোক নৈৰপৰা তুলি মুকলি কৰিব, তাক মাটিৰ তলত থকা সকলো ধন-সম্পত্তি উলিয়াই দিম; কিন্তু সেই বাৰো একো ফল নহল। তাৰ পাচত অঙ্গীকাৰ কৰিলোঁ, তৃতীয় শতাব্দীত যি

মোৰ পৰিত্ৰাণ কৰিব, তাক প্ৰতাপী ৰজা কৰিম, আৰু প্ৰতি- দিনে তাৰ ইচ্ছানুযায়ী তিনটা বৰ দিম; কিন্তু সেই বাৰো মোৰ বন্ধন নুগুচিল। তাৰ পাচত মোৰ খং উঠি এই প্ৰতিজ্ঞা কৰিলোঁ, এতিয়াৰপৰা যি মোক মোকোলাব, মই তৎক্ষণাৎ তাৰ প্ৰাণসংহাৰ কৰিম। মই দয়া-প্ৰকাশ নকৰোঁ, কেৱল তাক কেনেকুৱা মৰণ লাগে, সেইটো সি বাছি লব পাৰিব। তই তৃতীয় শতাব্দী অতীত হোৱাৰ পাচে মোৰ বন্দীভাৱ মুক্ত কৰিলি; সেই বাবে এতিয়া মই 'তোৰ প্ৰাণ-হন্তাৰক হম।" জালোৱায়ে বিস্তৰ কাকূতি কৰিলে, আৰু কলে, উপকাৰৰ পুৰস্কাৰ কেতিয়াও অপকাৰ নহয়। দৈত্যে কলে, "তই হেজাৰো যুক্তি দেখা, মোৰ প্ৰতিজ্ঞা অটল"। টানত বুদ্ধি ওলায়। জালোৱায়ে কলে, "তোমাৰ আকাৰ ইমান ডাঙৰ; তুমি যে এনে এটি সৰু পাত্ৰত আবদ্ধ আছিলা, সম্ভৱ নহয়। মই এই কথাত কোনোমতে বিশ্বাস কৰিব নোৱাৰোঁ। তুমি যদি পুনৰায় ইয়াত সোমাই দেখুওৱাঁ, তেতিয়া হে মোৰ প্ৰত্যয় হব"। দৈত্যটো তৎক্ষণাৎ ভাগি গৈ ধোৱাঁময় হল, আৰু পাত্ৰটোৰ ভিতৰত একণো বাকি নথকাকৈ সোমাল। তেতিয়া জালোৱায়ে, মনত ৰঙ্গেৰে, পূৰ্ব্বৰ ঢাকনীৰে মুখ আবৃত কৰি পাত্ৰটো নৈত দলিয়াই পেলালে।

---

## পৃথিবীৰ আকাৰ।

তুমি ভাবিব পাৰাঁ যে পৃথিবীখন চেপেটা, আৰু সকলো বাধা-অতিক্ৰম কৰি, যদি কোনোৱে গৈ থাকিব পাৰিলে-

হৈঁতেন, তেনেহলে সি পৃথিবীৰ মূৰ ধৰিলেগৈহেঁতেন। কিন্তু বাস্তবিকে এই বিশ্বাস সঁচা নহয়। পৃথিবী এটা সুমথিৰা টেঙ্গাৰ নিচিনা ঘূৰণীয়া; আৰু দুই মূৰ অলপ সোমোৰা। সেই মূৰ দুটাৰ নাম মেৰু। উত্তৰ মেৰুৰ নাম সুমেৰু, আৰু দক্ষিণ মেৰুৰ নাম কুমেৰু।

তুমি যদি সাগৰৰ পাৰত থকা এটা ওখ পৰ্ব্বতত উঠাঁ,তেনেহলে চকুৰে বহুত দূৰ দেখিবলৈ পাবা। তেতিয়া তুমি, তোমাৰ ফালে অহা জাহাজ এখনৰ গতিনিৰীক্ষণ কৰিবা। তুমি প্ৰথমতে জাহাজৰ কেৱল মাস্তুল দেখিবলৈ পাবা, কিন্তু যিমান সি ওচৰলৈ আহিব, সিমান তাৰ তলৰ অংশবিলাক দেখি যাবা। পৃথিবী ঘূৰণীয়া নহলে, এনে কেতিয়াও নহলহেঁতেন।

আকৌ, যোৱা জহাজলৈ মন কৰিলে দেখিবলৈ পাবা যে, প্ৰথমে তাৰ তলিখন সাগৰত লুকাব। কিন্তু যিমান আঁতৰিব, বাকি অংশবিলাক ক্ৰমে ক্ৰমে সিমান লুকাই যাব, আৰু অৱশেষত জাহাজ একেবাৰে অদৃশ্য হব। এইবিলাক কথাৰপৰা তুমি সিদ্ধান্ত কৰিব পাৰাঁ যে, পৃথিবী গোলাকাৰ।

যদি কোনো এঠাইৰপৰা জাহাজ-যাত্ৰা কৰা যায়, আৰু দিক-পৰিবৰ্ত্তন নকৰি গৈ থকা যায়, তেনেহলে তুমি ঘূৰি আহি পুনৰ্ সেই ঠাইত ওলাবাহি। অনেক লোকে এই কথাৰ প্ৰমাণ কৰিছে। পৃথিবীখন ইমান ডাঙ্গৰ যে, অনেক মাহত হে এই ভ্ৰমণৰ শেষ হয়। যদি এখন ৰেলগাড়ী ঘণ্টাত ৩০ মাইল হিচাবে কতো নোৰোৱাকৈ যায়, তেনেহলে এটা চকৰ দিবলৈ, এমাহৰ ওপৰ লাগিব।

যদি পৃথিবীৰ ভিতৰে দি এটা মেৰুৰপৰা আনটোলৈ এডাল সৰল ৰেখা টনা যায়,তাৰ দৈৰ্ঘ্য ৭৮৯৯ মাইলতকৈ বেচি হব। ইয়াৰ নাম মেৰুদণ্ড। যদি পৃথিবীৰ আটাইতকৈ ওখ ভাগ বা বিষুব ৰেখাই দি ভিতৰে ভিতৰে এডাল সৰল ৰেখা ইমূৰৰপৰা সিমূৰলৈ অঁকা যায়, তেনেহলে সেই ৰেখাৰ দৈৰ্ঘ্য ৭৯২৫ মাইলৰ অলপ ওপৰ হব। এই ৰেখাতকৈ মেৰুদণ্ডৰ দৈৰ্ঘ্য প্ৰায় চাৰে ছাবিছ মাইল কম।

---

## ঈশ্বৰ-মহিমা।

শোভাত নিমজ্জি উদে সূৰ্য্য কেনে,
ৰঙ্গা বৰ্ণ ধৰি, বেলিপকা যেনে!
ক্ৰপৰত পিন্ধে ৰশ্মি-আবৰণ;
প্ৰখৰ তেজেৰে আলোকে ভুবন।

—ক্ৰমে গতি কৰি পছিম-ৰথত,
উপস্থিত হয় সন্ধিয়া-ৰাজ্যত।
পিন্ধে পৰিচ্ছদ মৃদুকান্তি-ঢকা:
শোভে যেন স্বৰ্ণ-পদুমৰ চকা।

যেতিয়া ৰাতিত উঠে পূৰ্ণজোন,
কি তুলনা তাৰ পাব কেঁচা সোণ!
আকাশ-কুসুম নোহে জানা ভুল—
পূৰ্ণিমাৰ চন্দ্ৰ আকাশৰ ফুল।

লুকালে সূৰুজ পছিম-গিৰিত,
সৰু সৰু তৰা হয় বিকসিত।
কৰে শান্তধীৰে জ্যোতি কম্পমান্;
কেনে নো প্ৰসন্ন আকাশ উদ্যান!

ধৰিছে পৰ্ব্বত শিখৰৰ সাৰি—
স্বৰ্গৰ জখলা থয় যেন পাৰি।
নীলবৰ্ণ শোভা ধৰি চকু ৰমে।
মেঘাৱলী নামি ওপৰত ভ্ৰমে।

চোৱাঁ, অবিৰাম নদী চলি যায়;
বুকুত বিবিধ তৰঙ্গ খেলায়।
জানিবা, ইবোৰ ঈশ্বৰ-সৃজন;
কৰিছে তেওঁৰ মহিমা-কীৰ্ত্তন।

---

## সত্য।

সত্য বুলিধলৈ নকৰিবা ভয়:
সত্যৰ ৰক্ষক আপুনি ঈশ্বৰ।
সত্য-পতাকাৰ হব জানা জয়।
শেষত সত্যৰ স্বৰগত ঘৰ।

---

## ৰাম-বনবাস।

দশৰথে ঠিক কৰিলে, তেওঁ ৰামক ৰাজ্য এৰি দি নিজে ধৰ্ম্ম-কামত মন দিব। পাত্ৰ, মিত্ৰ সকলো আনন্দিত হল; সকলোৱে ৰজাৰ তেনে সুন্দৰ প্ৰস্তাৱৰ প্ৰশংসাবাদ কৰিবলৈ ধৰিলে। দশৰথে কলে, "কাইলৈ যুবৰাজৰ অভিষেক হব। মোৰ ৰাজ্যৰ প্ৰত্যেক ঘৰত মঙ্গলাচৰণ হওক। দুখী দৰিদ্ৰ সকলোৰে অভিলাষ পূৰ্ণ কৰা যাওক।" ৰাজ্যত মঙ্গলময় অনুষ্ঠান হল, প্ৰজাৰ মনত মধুময় আনন্দ হল, দুখী দৰিদ্ৰে অপৰ্য্যাপ্ত দান পাই ৰঙ্গত উত্ৰাৱল হল। চাৰিও পিনে গান-বাজনাৰ সোঁত ববলৈ ধৰিলে, হৰ্ষৰ কোলাহলে আকাশ লঙ্ঘিলে। এইবিলাক সুখশব্দ শুনিবলৈ পাই, জন্তু আৰু চৰাইবিলাকৰো মনত কেনেবা ভাবৰ উদয় হল। সিহঁতৰ মন আনন্দত ওফন্দি আছিল; সিহঁতে স্থিৰে থাকিব নোৱাৰি চঞ্চল হৈ ফুৰিবলৈ ধৰিলে। জন্তুবিলাকে বিলাসভঙ্গীৰে ডেওৱাডেৰি কৰিবলৈ, আৰু চৰাইবিলাকে নানা সুৰেৰে গান কৰিবলৈ ধৰিলে। মুঠতে, অযোধ্যা আনন্দময় পুৰী হল।

কৈকেয়ীৰ মন্থৰা নামেৰে এজনী কুটবুদ্ধি বেটী আছিল। ৰাম ৰজা হব বুলি শুনি, তাই লৰি গৈ কৈকেয়ীক নানাপ্ৰকাৰ কুপৰামৰ্শ দি ভূলাবলৈ লাগিল। তাই কলে, "তোমাৰ সতিনী ৰাজমাও হব। তোমাৰ ভৰতে, চিৰকাল ৰাজ্যভোগৰপৰা বঞ্চিত হৈ লোকৰ অধীনত দুখেৰে কাল কাটিব। তুমি এইবিলাক, চকুৰে চাই থাকিব নোৱাৰিবা।" তিৰোতাৰ মনত স্বভাৱতঃ শক্তি নাই। মন্থৰাৰ দুষ্ট বুদ্ধিত, কৈকেয়ীৰ

মন পালটিল। তেওঁৰ মনক, একেবাৰে কুচুʼট, খিযাল, খং আদিযে অধিকাৰ কৰিলে, আৰু ৰামৰ প্ৰতি যি স্নেহ, মমতা আছিল, তিলেকতে সকলো ধ্বংস পালে।

কৈকেয়ীযে মন্থৰাক উপায় সুধিলত, তাই কলে, "অসুৰ যুদ্ধৰ সময়ত মহাৰাজৰ শৰীৰ কাতৰ হোৱাত, তুমি তেওঁৰ বিস্তৰ শুশ্ৰূষা কৰিলা। তাতে সন্তুষ্ট হৈ, মহাৰাজে তোমাক দুটা বৰ যাচে। সেই দুই বৰেৰেই এতিয়া তোমাৰ বাঞ্ছিত কাম সম্পন্ন হব।" এই বুলি মন্থৰাই, কৈকেয়ীক অভিপ্ৰায়-সিদ্ধিৰ উপযোগী বুদ্ধি শিকাই দিলে। কৈকেয়ীযে গাৰ অলঙ্কাৰ আদি থগাই, মুখ মোলান আৰু চুʼলি আউলজাউল কৰি মাটিত পৰি, ৰজা আহিবলৈ বাট চাই থাকিল।

দশৰথ আহি, কৈকেয়ীৰ এনে দুৰৱস্থা দেখি বিষাদিত হল, আৰু কোমল কথাৰে কৈকেয়ীক দুখৰ কাৰণ ঘনে ঘনে সুধিবলৈ ধৰিলে। কৈকেয়ীযে একো কথা নকৈ, অধিককৈ কপটীয়া কন্দোন কান্দিবলৈ ধৰিলে। চকুলোৰে গাল দুখনি তিতিল, আৰু তাত ধূলি লাগি, যেন সৰল, প্ৰেমপূৰ্ণ শোভা হল। তেতিয়া তেওঁৰ মুখখনিযে দশৰথৰ হৃদয় কাটি নিলে। দশৰথে প্ৰতিজ্ঞা কৰি কলে, "সত্যে কৈছোঁ, তোমাক যিহকে লাগে, মই তাকে দিম। তোমাৰ যেনে কি দুখ হওক, মই তাক গুচাম। তুমি চকুলো মুছি মাটিৰপৰা উঠা।" কপটীয়া পতম-ফুলত বিহ ওলাল। কৈকেয়ীয়ে নিচুকি, ধৰ্ম্মক সাক্ষী কৰি, নিদাৰুণ জিবাৰে কবলৈ ধৰিলে, "মহাৰাজ! যেতিয়া অসুৰ-যুদ্ধত আপোনাৰ বেদনা হয়, মই আপোনাক সেৱা-শুশ্ৰূষা কৰিবলৈ নথলোঁ। আপুনি প্ৰসন্ন হৈ মোক দুটা বৰ

দিব খোজে। এতিয়া মোক সেই বৰ লাগে। এক বৰেৰে ভৰতৰ ৰাজপদত অভিষেক, আন বৰেৰে ৰামৰ চৈধ্য বছৰ বনবাস প্ৰাৰ্থনা কৰিলোঁ। আপুনি প্ৰতিজ্ঞাপালন কৰি সত্য-ধৰ্ম্মৰক্ষা কৰোক।”

দশৰথৰ বুকুত শেল, মূৰত বজ্ৰ পৰিল। তেওঁ অজ্ঞান হৈ, ঠাচ্-কৰে মাটিত লুটি খাই পৰিল। কিছু কালৰ পাচত চেতনা পাই, কৈকেয়ীক নানৰকমে বুজাবলৈ, আৰু এনেকুৱা কঠোৰ কাৰ্য্যৰপৰা ক্ষান্ত হবলৈ, তেওঁক বহুতকৈ মাতিলে। কৈকেয়ীয়ে সকলো কাবৌকোকালিলৈ পিঠি দি, বাৰে বাৰে ৰজাক প্ৰতিজ্ঞাৰ কথা সোঁৱৰায়। দশৰথে ধৈৰ্য্য হেৰুৱাই বিমোহিত হল। জ্ঞান পাই, পুনৰ্ কৈকেয়ীক কাকূতি কৰিবলৈ ধৰিলে। কিন্তু দুষ্টৰ, মৰমৰ বুকু নাই। কৈকেয়ীৰ মন অটল ৰল। দশৰথ কেতিয়াবা মূৰ্চ্ছা গৈ থাকে, কেতিয়াবা জ্ঞান পাই কৈকেয়ীক কাতৰ মিনতি কৰিবলৈ ধৰে। এইদৰে তেওঁৰ ৰাতি পুৱাল। তেওঁ কৈকেয়ীক বৰ দিবলৈ পূৰ্ব্বে প্ৰতিজ্ঞা কৰিছিল, এতিয়া কৈকেয়ীৰ অভিলাষ পূৰ্ণ কৰিবলৈ আকৌ প্ৰতিজ্ঞা কৰিলে, এই দুই প্ৰতিজ্ঞাৰে দশৰথ দুখত তল গল।

সূৰ্য্য ওলাই জগতক পোহৰ দিলে। শিষ্যসমন্বিতে বশিষ্ঠ, বামদেৱ ঋষি সকল, আৰু আন আন ৰজাবিলাক আহি ৰাজ-সভাত উপস্থিত হল। সোণৰ কলচীত নানা তীৰ্থৰপৰা অনা পানী থোৱা হল, আৰু অভিষেকৰ যোগ্য সকলো বস্তু সজোৱা হল। ৰজাৰ অহাত বেলি দেখি, বশিষ্টে, অন্তঃপুৰৰপৰা তেওঁৰ বাতৰি আনিবলৈ ৰামক আদেশ কৰিলে।

দশৰথ বাহ্যজ্ঞান শূন্য হৈ আছিল। ৰামে তেওঁক হঠাৎ তেনেকুৱা অৱস্থাত দেখি, আচৰিত মানিলে, আৰু শোকাকুল হল। ৰামে বেলিয়ে বেলিয়ে পিতৃদেওক তাৰ কাৰণ সুধিবলৈ ধৰিলে, কিন্তু একো উত্তৰ নেপালে। তেতিয়া ৰামে বৰ আগ্ৰহেৰে কৈকেয়ীক সুধিলে, আৰু কলে, "মাতৃ! কওক, পিতৃদেওৰ কি হৈছে। মোৰ প্ৰাণ অস্থিৰ হৈছে, বেগাই তেওঁৰ দুখৰ কাৰণ কওক। তেওঁক প্ৰসন্ন কৰিবলৈ যি কৰিব লাগে, মই তাকে কৰিবলৈ সাজু আছোঁ। তেওঁক সন্তোষ দিবলৈ, মই ৰাজ্য এৰি গৈ বনবাস খাটিব পাৰোঁ। আপুনি অতি শীঘ্ৰে কওক, মোক দুখৰ সাগৰত সৰহ বেলি পেলাই নথব।" কৈকেয়ীয়ে মনত আনন্দ পাই কলে, "মহাৰাজে পূৰ্ব্বে মোক দুটা বৰ দিবলৈ অঙ্গীকাৰ কৰিছিল। এতিয়া মই তেওঁক সেই বৰ খুজিছোঁ। এক বৰেৰে তুমি চৈধ্য বছৰ বনবাসী হবা, আন বৰেৰে ভৰত ৰাজপদত অভিষিক্ত হব। এয়ে তোমাৰ পিতৃদেওৰ শোকৰ কাৰণ। ইহকাল, পৰকাল দুয়ো কালৰ সদ্গতিৰ অৰ্থে মানুহে পুত্ৰকামনা কৰে। ৰাম! তুমি তোমাৰ পিতৃদেওক উদ্ধাৰ কৰা, তেওঁ অঙ্গীকাৰত আবদ্ধ আছে। মহাৰাজৰ প্ৰতিজ্ঞাপালন কৰি, তুমি পুত্ৰোচিত কাম কৰা।"

ধৈৰ্য্যশীল, গৰ্ব্বহীন ৰামচন্দ্ৰে, কৈকেয়ীৰ এনেকুৱা মৰ্ম্মভেদী কথা শুনিও, বিচলিত নহৈ কবলৈ ধৰিলে, "মাতৃ! যদি পুতেক হৈ পিতৃদেওৰ আজ্ঞা পালিব নোৱাৰিম, তেনেহলে এই জীৱনত সকাম কি! যাৰপৰা এই সংসাৰ দেখিবলৈ পাইছোঁ, যাৰ মৰমেৰে প্ৰতিপালিত হৈ ডাঙৰ হৈছোঁ, আমাৰ মঙ্গলৰ

নিমিত্তে যাৰ সদাই ধাউতি, আমাৰ কোনো বিপদ হলে যি চকুলোৰে বাট নেদেখে, তেনে পিতৃদেওৰ সত্যপালন নকৰিলে, পৰকালত যমৰ যাতনা, ইহকালত মানুহৰ দুৰ্যশ আৰু গৰিহণা হব। মই আনন্দমনেৰে বনবাস খাটিম, ভৰত ৰজা হৈ প্ৰজাপালন কৰক। কিন্তু মোৰ এটি প্ৰাৰ্থনা, আপুনি পিতৃদেওক সান্ত্বনা দিব, মোক নেদেখি তেওঁ ব্যাকুল হব। মোক তেওঁ নিজৰ প্ৰাণটোৰ নিচিনাকৈ ভাবে।" এই কথা কৈ, ৰামে পিতৃদেওক প্ৰদক্ষিণ কৰি সেৱা কৰিলে। তাৰ পাচে মাহীয়েকক সেৱা কৰি বিদায় ললে।

সীতাই সকলো বৃত্তান্ত শুনি মৰ্ম্মাহতা হল। তেওঁৰ চকুৰপৰা জৰ্ জৰ্-কৰে পানী পৰিবলৈ ধৰিলে। ৰামে কলে, "বেজাৰ নকৰিবা, মই চৈধ্য বছৰ বনত থাকি আকৌ উভতি আহিম। তুমি শোকাকুলা নহবা। গুৰুজনৰ সেৱা-শুশ্ৰূষাত সদাই মন দিবা।" সীতাই কান্দি কান্দি কবলৈ ধৰিলে, "আৰ্য্যপুত্ৰ! নিশ্চয় ময়ো আপোনাৰ লগত বনযাত্ৰা কৰিম। এই চিৰদাসীক এৰি গৈ কেতিয়াও চিৰদুখিনী নকৰিব। তিৰোতাৰ স্বামীয়ে জীৱন, স্বামীয়েই শ্ৰেষ্ঠ দেৱতা। সতীৰ প্ৰধান ধৰ্ম্ম, স্বামীৰ পদসেৱা। যি তিৰোতাই স্বামীৰ লগত থাকি সদাই সেৱা-শুশ্ৰূষা কৰিব, তেওঁৰে নাৰী জনম সাৰ্থক। স্বামীৰ গতিয়ে হে তিৰোতাৰ গতি। তিৰোতাৰ জীৱন, স্বামীৰ জীৱনৰ লগত বন্ধা, তিৰোতাৰ বেলেগ জীৱন নাই। অৰণ্যত নানা কষ্ট, বহুত ক্লেশ, বিপত্তি হব, কিন্তু আপোনাৰ ওচৰত থাকিলে মই সকলো পাহৰিম, দুখক দুখ বুলি নগণিম। মই আপোনাক এৰি ইয়াত থাকিলে, মোৰ মানত এই

ৰাজঘৰ মৰিশালি হব, ঐশ্বৰ্য্যসুখ বিহৰ ভঁড়াল হব, মণিময় কণ্ঠহাৰ কাঁইটীয়া লতা হব। আপোনাৰ লগত থাকিলে, অৰণ্যবাস মোৰ স্বৰ্গভোগ হব—গছৰ ছালৰ বিহামেখেলা, অপ্সৰাৰ সাজ হব, গছৰ গুটি দেৱফল হব, দৰিদ্ৰ পৰ্জা ইন্দ্ৰৰ অট্টালিকা হব। বনত ফুৰোঁতে ফুৰোঁতে আপুনি যেতিয়া ভাগৰিব, এই দাসী ওচৰত থাকিলে আপোনাৰ ভাগৰ বহুত পাতল হব।" ৰামে কলে, "যদি বনলৈ নগৈ নেথাকাঁই, তেনে-হলে ওলোৱাঁ, বেলি কৰাৰ প্ৰয়োজন নাই।" তেনে সময়তে লক্ষ্মণ আহিল। ৰামে সকলো বৃত্তান্ত কৈ, বনলৈ যাবলৈ তেওঁৰ বিদায় খুজিলে; কিন্তু লক্ষ্মণেও বনযাত্ৰা কৰিবলৈ স্থিৰ কৰিলে। ৰামে তেওঁক ক্ষান্ত কৰিবলৈ কত বুজালে, কিন্তু তেওঁ এক কথাতে ৰল।

ৰামে লক্ষ্মণক কলে, "ভাই! বলা, মাতৃদেবীৰপৰা বিদায় লৈ আহোঁ।" এই বুলি কৈ, ৰামে লক্ষ্মণক লগত লৈ কৌশল্যাৰ ওচৰলৈ গল। দেখা মাত্ৰে, আনন্দত কৌশল্যাৰ গা জুৰ পৰিল, আৰু তেওঁ ৰামৰ মুখত ঘনে ঘনে চুমা খাই কবলৈ ধৰিলে, "বোপা! মহাৰাজে আজি তোমাক সিংহাসন দিব। এতিয়া ৰঘুকুলৰ দেৱতাৰ ওচৰত প্ৰাৰ্থনা কৰোঁ, যেন নিৰ্ব্বিঘ্নে ৰাজ্যলক্ষ্মীউপভোগ কৰি প্ৰজাপালন-ধৰ্ম্ম ৰক্ষা কৰাঁ।"

ৰামে আদ্যোপান্ত ঘটনাৰ বৰ্ণনা কৰিলে। হায়! স্নিগ্ধ আনন্দত, তীব্ৰ শোক! অমৃতৰ হৃদয়ত বিষৰ জঞ্জলি! কৌশল্যা বজ্ৰাহত পৰা গছৰ নিচিনাকৈ মাটিত পৰি মূৰ্চ্ছা গল। অলপ বেলিৰ পাচত জ্ঞান পাই, ৰামক বনযাত্ৰাৰ-

পৰা ক্ষান্ত কৰিবৰ নিমিত্তে নানাৰকমে বুজাবলৈ নথলে। কিন্তু ৰামৰ বিশাল, দয়াৰ বুকুৰেও কৰ্ত্তব্যজ্ঞানক তল পেলাব নোৱাৰিলে। তেওঁ কলে, "মাতৃ! জগতত সত্যই সনাতন ধৰ্ম্ম। পিতৃদেওৱে তেনে সত্যত বান্ধ খাই আছে। যদি মই পিতৃসত্যপালন নকৰোঁ, তেনেহলে মোতকৈ অধাৰ্ম্মিক আৰু কুপুত্ৰ এই পৃথিবীত নোলাব। আপুনি ঘৰত থাকি পিতৃদেওৰ শুশ্ৰূষা কৰিব; ভৰতক মোৰ নিচিনাকৈ মৰম কৰিব; মাজু আইক ভনীয়েকৰ নিচিনাকৈ মৰমৰ চকুৰে চাব।"

ৰামে কোনোমতে কৌশল্যাৰপৰা বিদায় গ্ৰহণ কৰি, সুমিত্ৰাৰ ওচৰলৈ গৈ তেওঁক প্ৰণাম কৰিলে। ৰাম, লক্ষ্মণ আৰু সীতা তিনিও বনযাত্ৰা কৰিবলৈ ওলাল। এই কথা শুনা মাত্ৰে, অযোধ্যাৰ সকলো প্ৰজা নিধাতু খাই ভাগি আছিল। সিহঁতে বিলাপ কৰি তেওঁবিলাকক থাকিবলৈ কলে, কিন্তু ৰামে, সান্ত্বনা-বাক্যেৰে সকলোকে বুজাই কলে, "মোক তোমালোকে যেনে মৰম আৰু ভক্তি কৰিছা, ভৰতকো তদ্ৰূপ কৰিবা। ভৰত বৰ ধীৰ, শান্ত, বুদ্ধিমান্, আৰু ৰাজ-নীতিকুশল। ভৰত ৰজা হলে তোমালোকৰ কোনো অমঙ্গল হব নোৱাৰে।" এই বুলি প্ৰজাবিলাকক বিদায় দি, তেওঁ-বিলাকে অৰণ্যৰ অভিমুখে যাত্ৰা কৰিলে।

---

## সঁচলীয়া আৰু মিছলীয়াৰ কথোপকথন।

সঁচলীয়া—ভিতৰ বাহিৰ মোৰ বেলেগ নহয়,
বুকুমন অকপট, সৰলতাময়।

অন্তৰে সকলো তাৰ ভাব উলিয়ায়,
মুখলৈ উজাই আনি কথাৰে ফুটায়।
লুলুকায় ভাব মোৰ মিছাৰ ভেঁটাত,
মুখ আৰু মন বয় একেটি ধাৰাত।
মিছলীয়া—হৃদয়ৰ ভাব মোৰ বাজলৈ নোলায়,
মুখৰ বিৰুদ্ধে মনে শত্ৰুতা চলায়।
অন্তৰৰ ভাব মোৰ অন্তৰে হে জানে,
কদাপি নকওঁ সঁচা জ্ঞানে বা অজ্ঞানে।
মনৰ ভাবক কৰোঁ লুটিয়াই বাজ,
পিন্ধাওঁ যতনে তাক মিছাময় সাজ।
সঁচলীয়া—জ্ঞানী সমাজত মোৰ অশেষ আদৰ।
সকলো মানুহে মোক শলাগে বিস্তৰ।
নেথাকে কদাপি মোৰ কথাত ছলনা।
কোনেও নিদিয়ে মোক নিন্দা গৰিহণা।
মিছলীয়া—কথাক পিন্ধাওঁ মই সুন্দৰ বৰণ,
দুৰ্ব্বল মানুহ-জাতি কৰোঁ আকৰ্ষণ।
চকুত মিছাৰ বোল পৰে সিঁহতৰ ;
নেদেখা চকুৰে মোক সমাদৰে নৰ।
জগতত পায় সঁচা-মানুহে যিমান,
তাতোকৈ অধিক মই পাওঁ শ্ৰদ্ধামান।
সঁচলীয়া—জানো ধৰা পৰোঁ, মোৰ নাই এনে ভয়-
সঁচা কথা কোৱা, একো জগৰ নহয়।
মিছলীয়া—এনে পটু চক্ৰ কৰি মিছা কওঁ মই,
ধৰা পৰিবৰ মোৰ নেথাকে সংশয়।

দইত এবাৰ পৰোঁ যদি কেনেবাকে',
এটাত পৰিম ধৰা, নটা লাভ থাকে।
সঁচলীয়া—চক্র নাই মোৰ, পোন বাট ধৰি যাওঁ—
সবল শান্তিৰে মই দিন পঠিয়াওঁ।
মিছলীয়া—নকবা, নকবা আৰু, বুজিলোঁ আটাই।—
মোৰ হৃদয়ত কিন্তু শান্তি নাই নাই!
তোমাৰ অন্তৰ কেনে শান্তিৰ আশ্ৰম,
লভিছা সদাই তুমি সন্তোষ পৰম।
মোৰ তো হৃদয়, হায়! দুখৰ আকৰ।
মিছাত ফুৰোঁতে মোৰ শৰীৰ জৰ্জ্জৰ।
সঁচলীয়া—ভাইটি! ধৰিবা সঁচা, কৰি প্ৰাণপণ,
অৱশ্যে তোমাৰ হব শান্তিপূৰ্ণ মন।
সাহসী বুকুৰ ধেনু, লোৱাঁ সঁচা-গুণ।
ঈশ্বৰ-অমৃত, সঁচা—সুপবিত্ৰ গুণ।

সামৰণি।

'মিছলীয়া' নিজ পথ মানিলে অসাৰ—
আলোকিলে মোহাবৃত বুকৰ এন্ধাৰ।
সঁচা বুলিবলৈ চল অঙ্গীকাৰযুত।
চুমা খালে পৰস্পৰ দুজনে বাহুত।

---

## কাল-বিভাগ।

তোমালোকে সকলোৱে দেখিছা, দিন হয়, আৰু ৰাতি হয়। কিন্তু এই কালৰ বিভাগ কেনেকৈ হয়, সেইটো তোমা-

লোকৰ জনা উচিত। সদাই কিয় দিন নহয়, আৰু সদাই বা কিয় ৰাতি নহয়? এই কথা জনিবলৈ হলে, পৃথিবী আৰু সূৰ্য্যৰ সম্বন্ধ জানিব লাগে। পৃথিবী এটা ঘূৰণীয়া গ্ৰহ, এই কথাৰ উল্লেখ পূৰ্ব্বেই কৰা হৈছে। সূৰ্য্য ৰশ্মিময়, সি আমাক পোহৰ দিয়ে। ৰাতিপুৱা হলে, সি উদিত হয়, আৰু গধূলি অস্ত যায়। কিন্তু বাস্তবিকে সূৰ্য্যে ভ্ৰমণ নকৰে। আমাৰ পৃথিবীখন ঘূৰাৰ কাৰণে হে, তাক ঘোৰা যেন দেখোঁ। পৃথিবীৰ আকাৰ অতি বিস্তৃত; সেই দেখি আমি তাক স্থিতিশীল বুলি ভাব কৰোঁ। যেতিয়া এটা লাটিম বৰকৈ ঘূৰিবলৈ ধৰে, তেতিয়া আমি তাক ৰৈ থকা যেন দেখোঁ। পৃথিবীৰ ভিতৰত মাজে মাজে এডাল সৰল ৰেখাৰ কল্পনা কৰি লোৱা; ভৌগোলিকবিলাকে তাক মেৰুদণ্ড বোলে। পৃথিবী সেই কাল্পনিক ৰেখাৰ ওপৰত ঘূৰিব লাগিছে।

এটা ডাঙৰ গোলাকাৰ বস্তু, এটা চাকীৰ ওচৰত ধৰিলে আমি দেখিবলৈ পাওঁ যে, সম্মুখৰ ভাগ পোহৰ হয় আৰু পিচৰ ভাগ এন্ধাৰ হৈ থাকে। সেইদৰে একেবাৰে পৃথিবীৰ এফালে মাথোন সূৰ্য্যৰ পোহৰ পৰে। সেই পোহৰে যিমান সময় অধিকাৰ কৰে, সিমান সময়কে দিন বোলা যায়। পৃথিবী ঘূৰি থাকোঁতে, নতুন নতুন দেশ ৰাজ্যে সূৰ্য্যৰ পোহৰ পাই থাকে, আৰু আগৈয়ে পোহৰ-পোৱাবিলাক লাহে লাহে এন্ধাৰেৰে আবৃত হয়। পৃথিবীয়ে নিজ মেৰুদণ্ডৰ ওপৰত ২৪ ঘণ্টাৰ ভিতৰত এবাৰ ঘূৰে। পৃথিবী ঘূৰি, আমি প্ৰথমে সূৰ্য্যৰ পোহৰ পালেই ৰাতিপুৱা হয়, যিমান ঘূৰিবলৈ ধৰিব, সিমান আমি পোহৰ বেচিকৈ পাই আহিম, আৰু

লাহে লাহে ঢুপৰীয়া, আবেলি হৈ, পাচে গধূলি হব। আমি আঁতৰি গৈ যেতিয়া পোহৰ সমূলি নোপোৱা হম, তেতিয়া ৰাতি হব। কিছু কালৰ মূৰত, আমি আকৌ সূৰ্য্যৰ আলো দেখিবলৈ পাম। এইদৰে দিন আৰু ৰাতি হয়।

পৃথিবীয়ে নিজৰ মেৰুদণ্ডৰ ওপৰত যেনেকৈ ঘূৰে, সেই-দৰে আকৌ সূৰ্য্যক পৰিবেষ্টন কৰি ঘূৰি থাকে। এখন গাড়ীলৈ মন কৰিলে, এই কথা বুজিব পাৰিবা। গাড়ীয়ে নিজৰ ভিলাটোৰ ওপৰত ঘূৰি থাকে, ইপিনে আকৌ বাটো গৈ থাকে। পৃথিবীয়ে যি বাটে দি সূৰ্য্যক ঘূৰে, তাৰ নাম কক্ষ। এইদৰে পৃথিবীৰ এবাৰ ঘূৰণ হলে, এবছৰ হয়; অৰ্থাৎ প্ৰায় ৩৬৫ দিনত পৃথিবীয়ে সূৰ্য্যক এবাৰ প্ৰদক্ষিণ কৰে।

পৃথিবীৰে আন পথে নগৈ, কিয় নো সূৰ্য্যক প্ৰদক্ষিণ কৰি থাকিব? পৃথিবীয়ে পোন বাটে যাব খোজে, কিন্তু সূৰ্য্যে তাক আকৰ্ষণ কৰে; তেতিয়া সি মাজে ঘূৰিবলৈ ধৰে। সকলো জড় পদাৰ্থৰে আকৰ্ষণী শক্তি আছে। এই ধৰ্ম্ম-বশতঃ পৃথি-বীয়ে গছৰ গুটি তললৈ নবায়। যাৰ যিমান ডাঙ্গৰ আকাৰ, তাৰ সিমান আকৰ্ষণী শক্তি বেচি। সূৰ্য্যে যেনেকৈ পৃথিবীক, পৃথিবীয়েও তেনেকৈ সূৰ্য্যক আকৰ্ষণ কৰে। কিন্তু সূৰ্য্যৰ আকাৰ পৃথিবীতকৈ অনেক গুণে বেচি; সেই দেখি তাৰ আকৰ্ষণী শক্তি বলৱতী হয়।

---

## পানী ।—নৈ, নিজৰা ।

মেঘৰপৰা যে বৰষুণ পৰে, সেই বৰষুণ কি হয়? বৰষুণপৰাৰ অন্ত হলে, কিছু সময়ৰ পাচে পানী নাইকিয়া হয়। সেই পানীৰ অলপ পৰিমাণ বাষ্প হৈ ওপৰলৈ যায়, কিন্তু সৰহ ভাগ আন আন ঠাইলৈ যায়। পৃথিবীত যিমান বৰষুণ পৰে, তাৰ পৰিমাণ বহুত বেচি। কোনো ঠাইত বৰষুণ কম হয়, কোনো ঠাইত অতিৰিক্ত বৰষুণ হয়। হিচাব কৰি চোৱা গৈছে যে, বৃটিছ দ্বীপভূমি যদিও বৰষুণীয়া ৰাজ্য নহয়, তথাপি বছৰি তাত প্ৰায় ৬৮ ঘন মাইল বৰষুণৰ পানী পৰে। ভাৰতবৰ্ষৰ কোনো অংশত বছেৰেকত ইমান অধিক বৰষুণ হয় যে, পৰা-ঠাইত সেই বৰষুণ থাকিবলৈ হলে, মাটিৰ ওপৰত ৪১ ফুট দ পানী জমিব। বাটে-পথে যি বৰষুণ-পানী হয়, সেইবিলাক সৰু সৰু ধাৰা পাতি বৈ যায়। আমি লগতে গৈ থাকিলে দেখিম যে, সেইবিলাক বৈ ওচৰৰ পথাৰত পৰিছে। সেই পানী তাতে কেতিয়াও নৰয়; তাৰপৰা বাগৰি কোনো নলা বা খালত পৰিব—খালৰপৰা সোঁতাত পৰিব—সোঁতাৰপৰা নৈত পৰিব—নৈৰপৰা ক্ৰমে ক্ৰমে সাগৰত নামিব গৈ। যিমান বৰষুণ পৰে, তাৰ তৃতীয়াংশ কি চতুৰ্থাংশ পানী মাথোন নৈয়ে দি বৈ সাগৰত মিলে।

বদত কৰ্কৰীয়া মাটিত যেতিয়া বৰকৈ এজাক বৰষুণ হয়, তেতিয়া গাঁত খানি চালে দেখা যাব যে, তলৰ মাটিবিলাক আগৰ নিচিনাকৈ শুকান হৈ থকা নাই। সেই মাটি তিতি থাকিব, আৰু তাত পানীও সৰহকৈ গোট খাব। বালিয়ে

পানী ৰৰকৈ শোহে; কিন্তু বোকাই শুহিব নোৱাৰে। বোকাৰ কণিকাবিলাক ইটোৱে সিটোৱে ইমান চেপা খাই থাকে, যে পানী বৈ যাবলৈ বাট নেপায়। নতুনকৈ পুখুৰি খানিলে, প্ৰথম এবছৰ দুবছৰ তাত পানী নৰয়; কিন্তু যেতিয়া তলিত বোকা বান্ধিব গৈ, তেতিয়া তাৰ পানী শুকাই নাইকিয়া নহয়। পানীয়ে যেনিয়ে বাট পায়, তেনিয়ে তললৈ গৈ থাকিব। যেতিয়া শিল বা টান বস্তু পাব, তেতিয়া তাতে ৰব গৈ। কিন্তু তাত থাকি বাট বিচাৰি থাকিব; আন কোনো পিনে বহিৰ্গমনৰ পথ কৰিব নোৱাৰিলে, সেইবিলাকৰ জোৰাই দি ঝৰি ঝৰি গৈ থাকি বাহিৰ ওলাব। এতিয়া আমি দেখিবলৈ পাওঁ যে পানী তললৈ গৈ কেতিয়াবা বোকা আদি অপথ ভূমিত বৈ থাকিব। সেই পানীয়ে যতে সুবিধাজনক পথ পাব, সেই পিনেই চলি যাব। কেতিয়াবা সেই পথ ওপৰমুখীয়া হৈ মাটি ফুটি ওলায়। তেতিয়া নিঝৰাৰ সৃষ্টি হয়। কোনো সময়ত পানী, মাটিৰপৰা, আন কি, সাগৰৰ সমতাৰপৰাও অনেক দূৰত জমে গৈ। নানা ঠাইৰপৰা পানী গৈ, তলিৰ কোনো অপথ ভূমিত একেলগ হৈ প্ৰশস্ত জলাশয় হয়, আৰু তেতিয়া ওপৰলৈ প্ৰবল বেগেৰে বহিৰ্গত হয়। এইদৰে, মাটিৰ তলভাগ পানীৰে পূৰ্ণ থাকে। মানুহে কৃত্ৰিম উপায়েৰে নাদ খানি এই পানীৰ ব্যৱহাৰ কৰে। যত ৰকম পানী পোৱা যায়, সকলোতকৈ নিঝৰাৰ পানী নিৰ্ম্মল। পানী একেবাৰে নিৰ্ম্মল হবলৈ, তাত অম্লজান আৰু উদজান এই দুটা বাষ্প মাথোন থাকিব লাগে। সম্পূৰ্ণৰূপে নিকা পানী কোনো এটা পাত্ৰত তপতালে, সি একেবাৰে বাষ্পত পৰিণত হৈ

উড়ি যাব, আৰু পাত্ৰ শুদা হব। কিন্তু নিঝৰ'ৰ পানীত আন কিছু গোটা বস্তু বাকি থাকে গৈ। তাত চুণ, লোণ, লো-আদি মিশ্ৰিত থাকে। এইবিলাক বস্তু বৃক্ষজীৱন আৰু প্ৰাণী-জীৱনৰ নিমিত্তে বৰ উপকাৰী। চূণে প্ৰাণীবিলাকৰ হাৰৰ উপযোগী ধাতুৰ যোগান দিয়ে; আৰু লোৱে তেজৰ ৰং-কৰা বস্তু যোগায়। আমি এইবিলাক পদাৰ্থৰ বেচি ভাগ আহা-ৰৰপৰা পাওঁ; তথাপি খোৱা আৰু ৰন্ধা কাৰ্য্যৰ নিমিত্তে, বৰষুণৰ পানীতকৈ নিঝৰ'ৰ পানী অধিক স্বাস্থ্যকাৰী।

শুদা মাটিত যিবিলাক জেং-পাত থাকে, আমি সেইবিলা-কলৈ সিমানকৈ মন নকৰোঁ। কিন্তু যেতিয়া তাত বৰষুণৰ পানী পৰিব, তেতিয়া সেইবিলাক ওপঙ্গি উঠে, আৰু লাহে লাহে পানীৰ ধাৰৰ লগত বাগৰি যায়। বৰষুণৰ পানীয়ে প্ৰথমতে অসংখ্য সৰু সৰু ধাৰা পাতে, পাচে দূৰত সেই-বিলাকৰ সংখ্যা কম হয়, কিন্তু ধাৰাবিলাক আকাৰত ডাঙ্গৰ হয়। মাটিৰ ওপৰভাগ যদি খলা-বমা নহৈ সমান হলহেঁতেন তেনেহলে পানীবিলাক চাৰিও পোনে বাগৰি সাগৰত পৰি-লগৈহেঁতেন, কিন্তু অধিকাংশ ঠায়েই ওখ-চাপৰ। পৰ্ব্বত, পাহাড়, হ্ৰদ-আদি থকাত, সেইবিলাক ভয়ানক অসমান। যি মাটি আমি চকুৰে সমান যেন দেখোঁ, সেইবিলাকো বাস্তৱিকে বহুত অসম। যেতিয়া তাত বৰষুণৰ পানী পৰি নামে দি বৰলৈ ধৰে, তেতিয়া হে আমি এই কথাৰ গম ধৰিব পাৰোঁ। পানী, মাটিৰ সমতাৰ পৰিমাণ যন্ত্ৰ। ওখ ঠাইত পানী নুঠে বা নৰৈ নেথাকে; নাম বিচাৰি বাগৰি যায়। যি পানী বাষ্প হৈ উড়ি নেযায়, নিঝৰা আৰু মাটিৰ নিমিত্তে

যাৰ আৱশ্যক নাই, সেই পানী স্বাভাবিক নলাৰে গৈ সাগৰত মিলে। উচ্চভূমিত ইমান সৰহ সোঁতা দেখিবলৈ পোৱা যায়, আৰু মাটিত ইমান বেচি বৰষুণৰ পানী পৰে যে, সেই-বিলাকৰ দ্বাৰা দেশ প্লাবিত হব লাগিছিল। কিন্তু তেনে নহয়। যেতিয়া কোনো দুটা সোঁতা আহি সম্মিলিত হয়, সি পূৰ্ব্বৰ কোনো এটাতকৈ আকাৰত বহল নহয়। সি তেতিয়া আকা-ৰত বিস্তৃত নহয়, কিন্তু বৰ দ হয়। এইদৰে দেখা যায় যে, ভূমি-ভাগে দি যদিও বহুত পানী যায়, সেইবিলাকে সৰহ ঠাই নোজোৰে।

বৰষুণৰ পানী গৈ অৱশেষত নৈ আৰু সোঁতা হয়। কিন্তু যেতিয়া ঘামকালি বহুত দিনলৈকে বৰষুণ নোহোৱাকৈ থাকে, তেতিয়া কেনেকৈ সেইবিলাক নৈ আৰু সোঁতা চলি থাকিব পাৰে? বৰষুণ আৰু নিঝৰা দুইটাই নৈক পানী যোগায়। যদিও বতৰ খৰ হয়, তথাপি নিঝৰাৰপৰা পানী আহি থাকি নৈ বোৱাই থাকে। কিন্তু যেতিয়া পানীৰ আকাল হয়, তেতিয়া কোনো কোনো বাম নিঝৰাবিলাকে বৰলৈ এৰে। আৰু তেতিয়া সৰু নৈবিলাকৰ পানী শুকায় বা কমি যায়। ইংলণ্ডৰ অনেক নৈবিলাকেই সৰু, আৰু সেইবিলাকৰ এই দশা হয়। পৃথিবীত 'মিচিচিপি' প্ৰভৃতি যিবিলাক ৰবনৈ আছে, বহুবৃষ্টি বা অনাবৃষ্টি হলেও, সেইবিলাকৰ বিশেষ গম ধৰিব পৰা পৰিবৰ্ত্তন নহয়। কোনো দেশত, শীতকাল আৰু বসন্তকালত নৈ বাঢ়ে, কোনো দেশত বা গ্ৰীষ্মকাল আৰু শৰৎকালত বাঢ়ে। গ্ৰীষ্মৰ উত্তাপ যিমান প্ৰখৰ হয়, 'ৰাইন' নৈ সেই অনুসাৰে বাঢ়িবলৈ ধৰে, আৰু যিমান শীত পৰে,

সিমান পানী টুটে। এই নৈ বৰফপৰ্ব্বতৰপৰা বহির্গত হৈছে। গ্রীষ্মকালত বৰফ দ্রবীভূত হয়, আৰু এই কাৰণে পানী বাঢ়ে। শীতকালত বৰফবিলাক গোট মাৰি থাকে; আৰু ইমান শীতৰ আধিক্য হয় যে, সোঁতাবিলাক জমি যায়। সেই কাৰণে শীতকালত এনেকুৰা নৈবিলাকৰ পানীৰ হ্রাস হয়।

নিঝৰাৰ পানীত অনেক খনিজ পদার্থ মিহলি থাকে। সেই কাৰণে, সকলো নৈত এনেকুৰা পদার্থ পোৱা যায়। ৰাইন নৈয়ে উত্তৰ-মহাসাগৰলৈ ইমান চূণগুৰি উটাই নিয়ে যে, সেইবিলাকৰপৰা তেত্রিছ হেজাৰ দুশ কোটি শামুকৰ খোল হব। এইবিলাক, ৰাসায়নিক মতে মিহলি হৈ থাকে, আৰু চকুৰে দেখা নেযায়। এইবিলাকৰপৰা পানীৰ বৰণতো একো পৰিবর্ত্তন নঘটে। কিন্তু কোনো সময়ত, নৈ একেবাৰে ঘোলা হয়; বোকা-আদিৰে পানী একেবাৰে অপৰিষ্কাৰ হৈ থাকে। ভাৰে ভাৰে বালি, শিলগুটি এই-বিলাক উটি যাবলৈ ধৰে। সোঁতৰ কোবত, কেতিয়াবা পানীৰ তলত, শিলগুটিবিলাকে খৰ্‌খৰাই যোৱা শব্দ শুনিবলৈ পোৱা যায়। ঘঁহনিত শিলগুটিবিলাকৰ ধাৰ নোহোৱা হয়। যেতিয়া বৰ শিলবিলাকৰ ওপৰে দি পানী গৈ থাকে, সেইবিলাক অতি সুন্দৰ-মিহি হয়। কিছুমান নৈয়ে খুব গড়া খহাই থাকে। আসামত ব্রহ্মপুত্র গড়া খহাই ধুবুৰীৰ অনেকাংশ নষ্ট কৰিছে। সোঁতত বিবিধ কার্য্য সম্পাদিত হয়। সোঁতে সদাই নৈৰ তলি খানি থাকে। এই বাৰে নৈবিলাকে লাহে লাহে দ হৈ গৈ থাকে। বালি, শিলগুটি-আদি কি হয়?

আমি নৈত মন কৰিলে দেখিবলৈ পাওঁ যে, এইবিলাকে গৈ কোনো ঠাইত বালি-পথাৰ কৰিছে, কোনো ঠাইত বা শিলা-ভূমি সাজিছে। এইবিলাক সদাই সেই ভাৱেৰেই নেথাকে। বালিপথাৰ বা শিলা-ভূমি দুবছৰ একে ঠাইতে দেখিব পাৰোঁ, কিন্তু তাৰ বালি আৰু শিল আটাইবিলাক তাতে থকা নাই। সোঁতত অনেক উটি গৈছে, আৰু অনেক নতুন আহি সেইবিলাকৰ ঠাই অধিকাৰ কৰিছে।

যেতিয়া নৈয়ে তীৰ প্লাবিত কৰে, তাৰ লগত বোকা, বালি-আদিও তীৰলৈ উঠে। নৈয়ে স্বদেশ এৰি গলে, পাৰত প্ৰতাপ কমে—তাৰ সোঁত ধীৰ হয়। সেই বস্তুবিলাক উটি নগৈ তলত গৈ থলি লয়। আৰু তেতিয়া পাৰটো অলপ ওখ হয়। এইদৰে, কেইবা বছৰত গৈ, পাৰ ইমান ওখ হৈ পৰে যে, সেই নৈয়ে ভৰ-বাৰিষাতো তাক বুৰাব নোৱাৰে।

---

## প্ৰেম। *

সেই লোকে কৰে পাপ-আচৰণ,
কয় যিটো, আছে প্ৰেমৰ মৰণ;
আন যত ভাব এৰে নিজ ঠাই—
জীৱনেৰে সৈতে সকলো পলায়,
সকলোকে আন মানিবা অসত্য।

---

* Southeyৰপৰা ভাঙনি।

স্বৰ্গত নেথাকে উচ্চ অভিলাষ,
লোভৰ নহয় নৰকত বাস ;
পৃথিবীৰ ভাব পাৰ্থিব হবোৰ,
জনম-ভূমিতে মৃত্যু সকলোৰ—
প্ৰেমৰ ভগন নাই কোনো কালে ;
শুদ্ধ শিখা তাৰ জ্বলে অবিৰাম—
স্বৰ্গ গম্য স্থান, স্বৰ্গত জনম।
পৃথিবী-অতিথি সি কত যন্ত্ৰণা,
সহে অত্যাচাৰ, আৰু প্ৰবঞ্চনা ;
ইয়াত সি হয় শুচি পৰীক্ষাত
পূৰ্ণ শান্তি লভে তেতিয়া স্বৰ্গত।
যতনেৰে থাটি ইয়াত সি বয়,
প্ৰেমৰ আঘোণ কিন্তু তাত হয়।
যেতিয়া মাতৃৰে উচ্চ উদ্যানত,
দেখে গৈ পুত্ৰক হেৰু'ৱা বাল্যত,—
ভয়, কষ্ট, আৰু লোতক, বেজাৰ,
উজাগৰ ৰাতি, দিন যন্ত্ৰণাৰ,
নেপাব যে সলনিত ইসৱৰ,
অ'হ! ! অতিৰিক্ত শোধ আনন্দৰ ?

## ঈশ্বৰৰ কৌশল।

ডিঙ্গি চুটি দেখি হাতীৰ, শুৰৰ আৱশ্যক হৈছে ; সেইদৰে আকৌ, মুৰ বৰ গধুৰ হোৱাত,ডিঙ্গিটো চুটি হব লগাত পৰিছে। আমি যদি শুৰডালৰ গোঁথনি আৰু ব্যৱচ্ছেদ পৰীক্ষা কৰি চাওঁ, তেনেহলে তাত প্ৰাণীকৌশলতাৰ এটি অতি আচৰিত উদাহৰণ দেখিবলৈ পাম। প্ৰথমত, দীঘলীয়া লেউসেউৱা হাৰৰ চুঙ্গা পাতিবলৈ ; দ্বিতীয়ত, সেই চুঙ্গা কোঁচাবলৈ আৰু মেলিবলৈ ; তৃতীয়ত, জন্তুটোৰ ইচ্ছাক্ৰমে তাক যেনিয়ে ঘূৰাবলৈ, সৰু আঙ্গঠি আৰু আঁহবিলাকৰ স্বভাৱ ; তাৰ উপৰি, নিচেই আগত এডুখৰি থুংথুংহীয়া মঙ্গহৰ সংযোগ। সেই মঙ্গহ এটা আঙ্গুলীৰ মান দীঘল আৰু ডাঙ্গৰ। হাতীয়ে তাৰেই একণিমান বস্তুও মাটিৰপৰা তুলিব পাৰে। একেটা শৰীৰযন্ত্ৰৰ এই আটাইবিলাক গুণ মুঠাই ধৰিলে আমি ইয়াকে পাওঁ যে, ইহঁতৰ গুৰিত অৱশ্যে এজন নিপুণ শিল্পীৰ মন্ত্ৰণা আছে, আৰু সেই মন্ত্ৰণা সাধিবলৈ বহুত আয়োজন লাগিছে।

বাদুলিৰ পাখিত এটা হাঁকোটা থাকে। ই আন একো নহয় ; কেৱল এটা অভাৱ-পূৰ্ণকাৰী, সজা কৌশল। পাখিৰ চুকত, হাঁকোটাৰ নিচিনা বেঁকোৱা এটা নথ আছে। তাৰেই সি ফাট, জোৰা, বিন্ধা, আৰু খহটা ঠাইত ধৰি শিল, গুহা আৰু ঘৰচালৰ দাঁতিত লাগি ৰৈ থাকে। এই নখেৰেই আঁকুহি লগায় ; এই খোপনিতে ওলমাবাদুলি দি থাকে ; আৰু এই ভাৱৰেপৰা উড়ি যায় ; এইবিলাক সকলোৱে মিলি তাৰ ঠেঙ্গৰ শিথিলতাৰ দোষ দূৰ কৰিছে। হাঁকোটা নথকা হলে,

বাদুলি সকলো প্ৰাণীতকৈ উপায়হীন হলহেঁতেন। সি নিজে ঠেঙ্গৰ ওপৰত বাট বুলিব নোৱাৰে, আৰু মাটিৰপৰাও ওপৰলৈ উড়িব নোৱাৰে। তাৰ এইবিলাক আশৰ্কতি, পাখিৰ কৌশলেই তল পেলাইছে। পৰমেশ্বৰেও এইবিধ প্ৰাণীৰ পাখিত নখ দি, সাধাৰণ নিয়মৰপৰা আঁতৰি আহিছে। আচৰিত ৰকমৰ ঘুণ তেওঁ আচৰিতভাৱে গুচালে।

আঁকোৰা-বগৰ সাঁৰিৰ চৰয়ে পানীত থাকি পানীতে চৰিব লাগে। তথাচ সিহঁতৰ, সাতুৰিবলৈ পতা-ঠেং নাই। এই অভাব পূৰাবৰ নিমিত্তে, সিহঁতক বাট বুলিবলৈ দীঘল ঠেং দিছে, বা খপিয়াবলৈ দীঘল ঠোঁট দিছে; কিন্তু সৰহ ভাগক ছুইটা দিছে। ইয়াকে অভাৱ পূৰ্ণকৰণ বলে। এই দৃষ্টান্তৰপৰা এনেকুৱা এটি ভাল চিন্তা মনত হয় যে,প্ৰাকৃতিক জগতৰ সকলো ঠাইত কেনে উপযুক্ত প্ৰাণী বসতি কৰিছে! দ পানীত যেনেকৈ অসংখ্য সাতুৰিব পৰা চৰাই আছে, পিতনি আৰু বাম বিলতো তেনেকৈ অসংখ্য বাট বুলি ফুৰা চৰাই থাকিব লাগিছে।

মকড়াৰ জালখন এটা অভাৱ-পূৰ্ণকাৰী কৌশল। মকড়াই মাখি খাই জীয়াই থাকে, কিন্তু তাক খেদি ধৰিবলৈ তাৰ পাখি নাই। ইয়াতকৈ আৰু টান কথা কি হব পাৰে। কিন্তু পৰমেশ্বৰে তাৰো দিহা কৰি থৈছে। তেওঁ মকড়াৰ বাহিৰা আৰু ভিতৰুৱা গোঁথনি, কামৰ নিমিত্তে বিশেষকৈ উপযোগী কৰি নোথোৱা হলে, সি নিজে হেজাৰ পুৰষাৰ্থ আৰু ফিকিৰ কৰিও তাৰ দিহা উলিয়াব নোৱাৰিলেহেঁতেন।

পৰমেশ্বৰৰ কাম, আমি তেওঁৰ কৌশলৰপৰা বুজিব পাৰোঁ। আমি যত সম্পূৰ্ণ শূন্য দেখোঁ—যত আমি অভাৱত

বাজে আন একো লেখি নেপাওঁ—সেই নাটনি পূৰাবলৈ সদাই কোনো নে কোনো কৌশল থাকেই। কুমজেলুকাৰ পাখি, ঠেং বা সূতা একো নাই। কিন্তু তাৰ চালৰপৰা এবিধ ঠেঠা-এঠি বিজল ওলায়; তাৰ দ্বাৰা সি যতে ততে বগাই ফুৰিব পাৰে। মচেলবিলাক (Mussel) নিচেই অনুপায় দেখি, সিহঁত যেন প্ৰত্যেক ঢৌৰ পাটলিত পৰি আছে, আমাৰ মনত এনেকুৱা লাগে। কিন্তু সিহঁতৰ এই এটি আচৰিত ক্ষমতা আছে যে, সিহঁতে এবিধ লতাচালুৱা সূতা কাটিব পাৰে; আৰু সেই সূতাৰে গাৰ খোলাটো এডোখৰ শিল বা কাঠেৰে সৈতে বান্ধি থয়। ককোলে (Cockle) আকৌ তাৰ খহ-খহীয়া জীবাৰ গুণত, আপোনাপুনি বালিত গাত খানি সোমাই থাকে।

যদি কোনোবাই কয় যে, ঘুণ-গুচোৱা উপায় নোহোৱাকৈও ঘুণ থকা দেখি, তেনেহলে মই সেই ঘুণ অযথাৰ্থ বুলি আশঙ্কা কৰিম। গেৰেমপহুৰ গাটো চাই মানুহে দাই ধৰে বোলে, তাৰ অঙ্গপ্ৰত্যঙ্গবিলাক সম্পূৰ্ণ নহয়, আৰু সেইগুণে সি লেহে-মাই বাট বোলে। কিন্তু এই কথা মন কৰিব লাগে যে, সেই লেহেম খোজেই তাৰ হুঁটাহটো পলুৱাবলৈ বেলি কৰি থয়। এজোপা গছৰপৰা আন এজোপা গছলৈ যোৱা সময়ৰ স্থিত-ৰত, সি একো নোখোৱাকৈ থাকে; আৰু এই লঘোন তাৰ নিমিত্তে বৰ লাগতিয়াল, কিয়নো তেতিয়া হে তাৰ নিসন্ধি পেটে অলপ শস্তা পায়, অৰু যিখিনি খৰচীয়া কটুৰ বস্তু খায়, সিও জীণ যায়। শৰীৰযন্ত্ৰৰ ধাৰণশক্তিৰে সৈতে, আৰু খোৱা-হেপাহেৰে সৈতে, তাৰ গতিধীৰতাৰ সম্বন্ধ আছে—অৰ্থাৎ,

সেই গতিধীৰতাই তাৰ পেটৰ ঠিহনিৰ দোষ নাইকিয়া কৰে।

এনেকুৱা বহুত ঠাই আছে, য়ত ঘুণ কেৱল কৃত্রিম ঘুণ; আৰু যিটো কাৰণৰপৰাই সি হৈছে, সেয়ে তাক গুচাইছে। পোহনীয়া অৱস্থাত মেৰছাগৰ, পলাই সাৰিবলৈ বা আত্মৰক্ষা কৰিবলৈ সিমান একো উপায় নাই। কিন্তু বনৰীয়া জন্তুৰ কথা বেলেগ। বন-মেৰছাগ বেগী আৰু চট্‌চটীয়া: কিন্তু ই যদি মানুহৰ অধীনলৈ আহি কেতিয়াবা সেইবিলাক গুণ হেৰুৱাব লগাত পৰে, তেতিয়া হলে মানুহে তাক সদাই ৰখি ফুৰি, তাৰ সেই ঘণ দূৰ কৰিব। চতুষ্পদৰ ভিতৰত, এই জাতিয়ে চিকাৰী-জন্তুৰ অত্যাচাৰৰপৰা যিমান সাৰিব পাৰে, আন কোনো জাতিয়ে সিমান পাৰিব নেপায়।*

---

## উট চৰাই।†

দক্ষিণ আফ্রিকাত অনেক লোকে উট চৰাই পোহে। সেই-বিলাক মানুহ বৰ চহকী। তেওঁবিলাকে তিনি হেজাৰৰপৰা আঠ হেজাৰ একৰ পৰিমাণৰ একোখন পথাৰ ৰাখে; তাত তিনি শৰপৰা পাঁচ শলৈকে উট চৰাই থাকে। বছৰ যায়, বছৰ আহে, সিহঁতে তাতে চৰি থাকে, আৰু গড় হিচাবত, চাৰি মাহৰ ভিতৰত এবাৰ সিহঁতক চপাই আনি একে লগ কৰা হয়।

---

* উইলিয়াম পেলিৰ ( William Paley ) লেখাৰপৰা ভাঙনি।

† ইৰাজী নাম Ostrich.

তেতিয়া, বোলা যাওক, জুন মাহত, সিহঁতৰ বুঢ়া পাখিবিলাক কাঢ়ি লোৱা হয়। সেইবিলাক, প্ৰত্যেক ডেউকাত থকা ওঁঠাৰৰপৰা কুৰিটালৈকে দীঘল বগা পাখি, আঁঠোটা বা নটা ধুন-লগা পাখি, আৰু গোটাদিয়েক দীঘল ক̄লা পাখি। চাৰি মাহৰ পাচত, এইবিলাকৰ ঠাৰি-পাখিবিলাক উঘলা হয়, আৰু তাৰ ছমাহৰ পাচে চুটি ক̄লা পাখিবিলাক আৰু নেজৰ পাখি-বিলাক লোৱা হয়। ইহঁতৰ প্ৰকৃত সংখ্যা দিয়া টান। সাধা-ৰণতঃ, চৰাইটোক দুখ নিদিয়াকৈ আৰু তাৰ গাত জাৰ গুচিবৰ জোখাৰে থৈ, যিমান পাৰি, সিমান কাঢ়ি লোৱা হয়।

উট চৰায়ে, বনৰীয়া অৱস্থাত, মানুহ বা কোনো অচিনাকি বস্তুলৈ বৰ ভয় কৰে, আৰু আগেয়ে নেদেখা কিবা এটা নতুন দেখিলেই পলাই লৰ মাৰে। কিন্তু ই, বৰ পোহ মানে। জুন মাহৰপৰা চেপ্টেম্বৰ মাহলৈকে, স্বৰূপত, বৰদিনৰ উৎসৱলৈকে হেজাৰে হেজাৰ পোৱালি তোলা হয়, আৰু কোনো বিধৰ দুৰ্ঘটনা হৈ, বছৰি অসংখ্য অসংখ্য পোৱালি মৰা পৰে। বাৰ মাহ বয়সলৈকে, পোৱালিবিলাকে নানাৰকম ৰোগত প্ৰাণ এৰে। কিন্তু যেতিয়া বৰ হয়, সিহঁতৰ সৰহ ভাগ, ভৰি-ভগাত, যুঁজত বা আকালত আহাৰৰ অভাৱত মৰণ ঘটে।

উট চৰাইৰ বাহটো নিচেই অনিপুণ। সিহঁতে বালীয়া মাটিত, কেৱল, এটা ঘূৰণীয়াকৈ খোল খানি লয়। কেতিয়াবা মাইকী চৰাইজনীক, কণি পাৰিবলৈ ভৰিৰে মাটি খোঁচৰা দেখিবলৈ পোৱা যায়। কিন্তু সাধাৰণতঃ এই নিয়মেৰ বাহ সজা নহয়। চৰাইজনীয়ে উমনিত পৰি, একে ঠাইতে বহি থাকে দেখি, মাটি আপুনি খোল পৰি যায়। এহাল চৰায়ে, দহোটাৰ-

পৰা কুৰিটালৈকে কণি পাৰে; কিন্তু, সচৰাচৰ, তিনি জনী বা চাৰি জনী চৰায়ে একে লগে কণি পাৰে, আৰু কণিৰ সংখ্যা সত্তৰি বা আশী হয়। এজনী চৰায়ে, সুচলমতে যোলটাতকৈ সৰহ কণিত উম দিব নোৱাৰে; বাকিবিলাক একাষত পৰি থাকি নষ্ট হয়।

উট চৰায়ে চৌৰ'ল্লিছ দিনত পো'ৱালি জগায়। যেতিয়া জগে, সিহঁতক চৰাই-বাৰীৰপৰা পুহিবলৈ ঘৰলৈ অনা হয়, আৰু বনৰীয়া জন্তুৱে অপকাৰ কৰিব নোৱৰা ঠাইত, ৰাতি ঘৰ সাজি ৰখা হয়।

পোৱালি-জগা সময়ত, মটা চৰাইটো বৰ খঙাল আৰু অসভ্য হয়। ৰাতিয়ে দিনে, তাৰ ৰণ-মতা মাত শুনিবলৈ পোৱা যায়। ফেঁটী সাপৰ নিচিনাকৈ ডিঙিটো ওফোন্দাই, সি তিনটা বৰ টান চিঞৰ মাৰে। প্ৰথম দটা চুটি, তৃতীয়টো বৰ দীঘ ীয়া। সিংহ-ব্যাধে কয় যে, উট চৰাই আৰু পশুৰাজ সিংহৰ মাত প্ৰায় একে। প্ৰকৃত অসভ্য, পোৱালি-লগা চৰাইৰ আক্ৰমণ বৰ বিপদজনক, কিন্তু পুৰণি-খেলীয়া চিকাৰীয়ে তেনে ঘটনাত ৰং হে পায়।

সাধাৰণতঃ, উট চৰায়ে দেড়কুৰি হাত দূৰৈৰপৰা আক্ৰমণ কৰে। সি তাৰ চকু জুইকুৰাৰ নিচিনা ৰঙা কৰি, ভয়ঙ্কৰ মূৰ্ত্তি ধৰি, খেদি আহে। সি দহ ফুটমান ওখ হৈ, পাখি দুখন মেলি দিয়ে, আৰু ফেঁটী সাপৰ দৰে ফোচ্-ফে'চ্ কৰি চাৰি পাঁচ খোঁট মাৰে। কিন্তু চিকাৰীয়ে দোখোজ বা এখোজ হুহঁকি আহি, চাঙ্গিনেৰে তাক আঁতৰাই ধৰি থাকে, আৰু পাচে চল চাই মাৰি পেলায়।

শুনিবলৈ পোৱা যায়, কোনো এটা উট চৰায়ে পোন্ধাৰ মিনিটত সাত বাৰ আক্ৰমণ কৰিছিল। ঘোঁৰাত যোৱা মানুহক উট চৰায়ে আৰু খিয়াল কৰে। কিন্তু যেতিয়ালৈকে ঘোঁৰাই ভয় খাই লৰ নেমাৰে, তেতিয়ালৈকে একো ভয় নেথাকে। উট চৰায়ে খেদি আহিলে, ঘোঁৰাক ৰাখিব লাগে, আৰু সি ওচৰ পালে হি, তাৰ টেটুত হাতেৰে ধৰি প্ৰাণকাতৰে অঁটি আঁটি চেপা দিব লাগে। তেতিয়া সি উশাহ নেপাই অবশ হৈ মাটিত পৰিব।

মাইকী চৰাইজনী প্ৰায় দুষ্ট নহয়। কিন্তু তাই যেতিয়া উমনিত পৰে বা পোৱালি জগায়, তেতিয়া তাইৰ নিমিত্তেও ভয় ৰাখিব লাগে ; কিন্তু তাইৰ আচৰণ আৰু আক্ৰমণ সিমান ক্ৰুৰ আৰু ভয়লগা নহয়।

তিনটা বা চাইটা উট চৰায়ে লগেৰে আক্ৰমণ কৰিলে কি উপায় ? সিহঁতে কেতিয়াও লগেৰে তেনে কাম নকৰে। যদি প্ৰত্যেকে মানুহটোক আক্ৰমণ কৰিবৰ ইচ্ছা কৰে, তেনেহলে প্ৰথমে সিহঁতে নিজৰ ভিতৰত ৰণ কৰি লয় ; আৰু তেতিয়া কেৱল জিকাৰুটোৱে হে, সেই লোকেৰে যুঁজে হৈ।

পাখি কাঢ়িবলৈ চৰাইবিলাকক চপাই অনা, এটা বৰ মহোৎসৱৰ দিন। ৰাতিপুৱাই ঘোঁৰা সজাই ঠিক কৰি লবৰ নিমিত্তে, কাফ্ৰি আৰু আন চাকৰবিলাকক আগ দিনা ৰাতিয়েই হুকুম দিয়া যায়। ৰাতি পুওৱা মাত্ৰে, সমাৰোহেৰে চৰাইবাৰীলৈ যাত্ৰা কৰা হয়। ঘোঁৰা-চলোৱাবিলাকে জোৰ জোৰ পাতি চাৰিও পিনে পিঁয়া-পিঁ দিয়ে আৰু চৰাইবিলাকক খেদি লৈ আহে হৈ। চৰাইবিলাকে ভয়ানক ৰণ কৰে, আৰু বিপক্ষ-

দলৰ সৰহ মানুহলৈও একো কাণ নকৰি, প্ৰফুল্ল উছাহেৰে যুঁজিবলৈ ধৰে।

উট চৰাইক চপাওঁতে যিমান আমোদ হয়, পাখি কাঢ়োতে সিমান নহয়। সিহঁতক আনি জাকেৰে গঁৰালত ভৰোৱা হয়। তেতিয়া সিহঁত, মেৰ ছাগলীৰ নিচিনা জুৰ আৰু শান্ত হৈ পৰে। সিহঁতৰ মূৰত এটা মোনা সুমাই, মূৰটো ঢাকি পেলোৱা হয়, আৰু তেতিয়া দুটা কাফ্ৰিয়ে পাখিবিলাক উঘালিবলৈ ধৰে।

উট চৰাইৰ মটাটোৱে ৰাতি, আৰু মাইকীজনীয়ে দিনত, এই দৰে দুয়ো পাল বাটি কণি উমায়। উট চৰাইৰ কণি বৰ দুৰ্গন্ধ।

---

## স্বপ্ন।

দুখ-ভাগী শোক জৰ্জ্জৰিত ক্ষীণ—
পায় গৈ শেষত চিন্তা পথহীন,
অভিমন্যু যেনে দ্ৰোণ-চক্ৰব্যূহ।
এতিয়া তো কিন্তু স্বাধীন সিজন,
অধিকাৰ কৰে সম্পদ-আসন,—
শোভে চন্দ্ৰাতপ আৰু ঐশ্বৰ্য্যৰ,
সৌভাগ্যে কাষত ধৰে হি চোৱঁৰ,—
যেতিয়া স্বপ্নৰ নিজৰা বৰষে।
আকৌ চোৱাঁ ৰজা,—ক্ষেত্ৰত কুমাৰ,
বিভূতি-ৰাজ্যত যেনিবা কুবেৰ—

মুহূর্ত্তে স্বপ্নত দেখে তেঁও হায়,
ৰাজচিহ্ন,—ছত্ৰ-দণ্ড আৰু নাই,
নধৰে হাতত দীপ্তিমন্ত অস্ত্ৰ,
ধীৰে ধীৰে ভ্ৰমে ভিক্ষুকৰ প্ৰায়।
হে দুখী! শলাগোঁ কাৰ্য্য নিয়ন্তাৰ—
দুখ মৃদু হয় খন্তেক তোমাৰ।
কিন্তু ৰজা! এৰা অহঙ্কাৰ তুমি;
শিকা ই স্বপ্নৰ নীতি সুপৱিত্ৰ;
বিপত্তিৰো আছে নানা মৰুভূমি—
নৰৰ বিস্তীৰ্ণ জানা কৰ্ম্মক্ষেত্ৰ।

---

## এক ৰজাৰ সাধুকথা।

কোনো এজন মন-সাহী ৰজাই ভাবিলে, মই নাম কেনেকৈ জ্বলাওঁ? সকলো ৰজাৰ বাটে দি চলিলে মোৰ বেলেগালি একো নেথাকে। মই এটা, কোনেও কতো নকৰা কাম কৰোঁ।।” ইয়াকে ঠিক কৰি, তেওঁ ৰাতিক দিন বুলি, আৰু দিনক ৰাতি বুলি ধৰিবলৈ ৰাজ্যময় প্ৰজাক আদেশ কৰিলে। সকলোৱে দিনত শুব লাগিব, আৰু ৰাতি বন-বাৰি কৰিব লাগিব। ৰাতি চৰা বহিব, মেল-দোৱান হব, মানুহে হাট-বজাৰ কৰিব; তেতিয়া আলিয়ে আলিয়ে চাকিৰ পোহৰ থাকিব। দিনত পৰীয়া থাকিব, চকিয়াল থাকিব। সিহঁতে চুৰি ডকা-ইতিৰ শাসন কৰিব। মুঠতে, আগেয়ে দিনত কৰা কাম সকলো ৰাতি কৰা হব, আৰু আগৰ ৰাতিৰ কাম, এতিয়া দিনত হব।

তেতিয়াৰপৰা ৰজাৰ আদেশ অনুযায়ী কাম হবলৈ ধৰিলে। দেশত এক অপূৰ্ব্ব, অদ্ভুত, ভয়-লগা কাণ্ড উপস্থিত হল। মানুহৰ মন অশান্তিৰে পূৰ্ণ হল। ৰাতিপুৱা হলেই, মানুহে গধূলি হল বুলি ভাব কৰে, আৰু গধূলি হলে, সকলোৱে তোপনিৰপৰা উঠে। এইদৰে বহুত দিন গল, এনেতে এজন আন ৰাজ্যৰ ৰাজকোৱঁৰে, দেশভ্ৰমণ কৰি আহি, দিনৰ ভৰ-দুপৰীয়া সময়ত সেই ঠাইত ওলাল হি। তেওঁ চাৰিও চুক নিশাৰ আৰু নিমাত দেখি আচৰিত হল; মন তবধ লাগিল। তেওঁ গম্ভীৰ ভাবেৰে গৈ থাকোঁতে, কিছু দূৰত এজন পৰীয়াৰে তেওঁৰ ভেট হল। পৰীয়াই দেখা মাত্ৰে তেওঁক ডাবি দি কলে, "তই মাজনিশা কিয় এইদৰে ফুৰিছ? বদমাচ্! চোৰ! মই তোক এৰিব নোৱাৰোঁ।" পৰীয়াই তেওঁক কটাবান্ধ দি, ৰাতি ৰজাৰ ওচৰত হাজিৰ কৰিলে গৈ। "মোৰ ৰাজ্যত চোৰ! মোৰ ৰাজ্যত মানুহে ইমান ৰাতি ফুৰিবলৈ সাহ কৰে!" এই কথা কৈ, ৰজাই, তেওঁক কাটিবলৈ, কোটোৱালক হুকুম দিলে। তেওঁ কাকূতিমিনতি কৰি ৰজাক কলে, "সৰ্গদেও! মই নিৰপৰাধী, বিনা দোষত মোৰ প্ৰাণ যায়। মই এক ৰজাৰ কোৱঁৰ। দেশ ফুৰি ফুৰি আহি, মই দিনৰ ভৰ-দুপৰত সৰ্গদেওৰ ৰাজ্যত সোমালোঁ; কিন্তু পৰীয়াই কলে, 'তই মাজনিশা কিয় আহিছ? তই চোৰ।' এইবিলাক ওলোটা কথাৰ অৰ্থ মই বুজিব পৰা নাই।" ৰজাই কলে, "মই দিনক ৰাতি, আৰু ৰাতিক দিন পাতিছোঁ। যি মোৰ ৰাজ্যত দিনত ফুৰে, তাৰ উগ্ৰ শাস্তি হয়।" কোৱঁৰে কলে, "সৰ্গদেও! আপুনি বৰ প্ৰতাপী ৰজা। আমি মানুহে আপোনাৰ আদেশ শিৰোধাৰ্য্য কৰোঁ। কিন্তু মই

বুজিব পৰা নাই, দিন আৰু ৰাতিয়ে আপোনাৰ হুকুম কেনেকৈ মানে।” ৰজাই কলে, “কিয়, দিনৰ কাম সকলো ৰাতি হয়, ৰাতিৰ কাম দিনত হয়।” ইয়াতে কোৱঁৰে কলে, “সৰ্গদেও! অপুনি এনে অনুচিত কাৰ্য্যৰপৰা ক্ষান্ত হওক—মানুহে শান্তিৰে কাল নিয়াওক। আপুনি দিনক ৰাতি, আৰু ৰাতিক দিন কেনেকৈ পাতিব পাৰে? আপুনি কেতিয়াও দিনত জোন আৰু ৰাতি সূৰ্য্য উলিয়াব নোৱাৰে।” এই কথাত ৰজা সন্তুষ্ট হৈ, তেওঁক মুক্তি দিলে। আৰু তেতিয়াৰপৰা দিনক দিন আৰু ৰাতিক ৰাতি বুলি ধৰিবৰ হুকুম হল।

---

বিষু খাঁ—উপকথা।

ৰক্ষণৰ উপায় অপূৰ্ণ থাকিলে যেনেকৈ অপকাৰ হোৱাৰ সম্ভৱ, অতিপূৰ্ণ হলেও সেইদৰে অনিষ্ট হব পাৰে।

এসময়ত কোনো এটা মানুহে একে চাপৰতে একুৰি মাখি মসিমুৰ কৰিলে। মনত বৰভাব কৰি, তেতিয়াৰপৰা সি বিষু খাঁ নাম ধৰিলে। তাৰ নিচিনা বীৰপুৰুষৰ সৰু কামে শোভা নেপায় বুলি, সি বন-বাৰি কৰিবলৈ এৰি দিলে। আন লোকে যদিও তাক নগণিছিল, তথাপি সি ডৰিয়াই-হুঁকিয়াই বৈৰীয়েকৰপৰা সম্মান লব পাৰিছিল। দৈবাৎ তাৰ গাওঁত চোৰৰ উপদ্ৰৱ হল। তেতিয়া সি তাৰ নিজৰ ঘৰৰক্ষা কৰিব লগাত পৰিল। সি এজোৰ ঢাল আনি, এখন পিঠিত, এখন বুকুত আঁটিল কৰি পিন্ধিলে; আধা ডৰ্জ্জন যাঠি আৰু এখন তৰোৱাল লগত ললে; আৰু এক ডৰ্জ্জন কিৰিচ্ ভৰিত গোটাই

গোটাই বন্ধিলে। তাৰ পাচত, সি বাজ ওলাবৰ চেষ্টা কৰিলে ; কিন্তু হায় ! প্ৰত্যেক খোজত ওজোট খাবলৈ ধৰিলে।

---

## সাৰ-কথা।

১। অসন্তোষ আত্ম-বিশ্বাসৰ অভাৱ ; ই মনৰ দুৰ্ব্বলতা।

২। পাপীক লুকাবলৈ বহল সংসাৰত ঠাই নাই। পাপ-কাম কৰাঁ—পৃথিবী দাপোণেৰে সজা।

এমাৰ্চন ( Emerson )

১। তুমি জীৱনক ভাল পোৱাঁ নে, তেনেহলে সময় নষ্ট নকৰিবা, কিয়নো সময়-ধাতুৰেই জীৱন নিৰ্ম্মিত।

ফ্ৰেঙ্ক্লিন ( Franklin )

১। মূৰৰ এটা কথা, মুখৰ দুটাৰ সমান।

২। জ্ঞানীয়ে এনে প্ৰতিহিংসাৰ মাথোন আদৰ কৰে, যেন শত্ৰুবিলাকে জানিব পাৰোক, তেওঁ সত্য বাটে চলিছে।

৩। অসম্ভৱ কথাত শীঘ্ৰ-বিশ্বাসী হোৱাতকৈ, অনিশ্চিত কথাত সন্দেহযুক্ত হোৱা ভাল।

হিওডৰ জিনোন ( Hudor Genone )

১। যি কথা মনত ৰাখিব নোখোজাঁ, তাক নপঢ়িবা। যি কথা কামত লগাব নোখোজাঁ, তাক মনত নেৰাখিবা।

ব্লেকি ( Blackie )

১। তৰ্কত সদাই অলপ বিপদ ঘটে। তুমি তৰ্কত জিকিবা, আৰু এজন বন্ধু হেৰুওৱাবা, সম্ভৱতঃ ই বেয়া বেপাৰ।

২। প্ৰত্যেক মানুহৰ নিমিত্তে স্মৃতি-শক্তি যেনে, মনুষ্য-জাতিৰ নিমিত্তে কিতাপ তেনে।

৩। মানুহ শ্ৰেষ্ঠ হবলৈ কি কি গুণৰ আৱশ্যক? চেঁচা মূৰ, চেনেহী বুকু, উত্তম বুদ্ধি, আৰু সুস্থ শৰীৰ। চেঁচা মূৰ নহলে, আমি বেগতে সিদ্ধান্ত কৰিবলৈ যাওঁ; চেনেহী বুকু নহলে, আমি নিশ্চয় স্বাৰ্থপৰ হম; সুস্থ শৰীৰ নহলে আমি একো কৰিব নোৱাৰোঁ; আৰু উত্তম বুদ্ধি নহলে, সৎ অভিপ্ৰায়েৰেও আমি ভালতকৈ অনিষ্ট অধিক কৰিব পাৰোঁ।

৪। শিকিবলৈ টান, কিন্তু শিকাক নিশিকিবলৈ আৰু টান।

শ্যাৰ জন লবক ( Sir John Lubbock )

---

## দুই সখী।

'সখী, এটি কথা কওঁ কাণ দিবা জানো?'

'তোমাৰ কথা নো মই কেতিয়া নুশুনো।'

'ফুৰি ফুৰি ফুৰি কালি দেখিলোঁ গৈ পাচে,
এজুপি গছত এটি ফুল লাগি আছে।
ৰঙা বৰণৰ ফুল, দেখিবলৈ ভাল,
কৰিছে গোটেইখন জাকজমকাল।
আনিবৰ মন কৰি হাত মেলিছিলোঁ;
ওখ গছ, নোৱাৰিলোঁ, উভতি আহিলোঁ।
তুমি থকা কে'দিনত কি নো মোৰ নাছে,
ভাবিলোঁ, কিহৰ চিন্তা, মোৰ সখী আছে।'

'বকুল বন্দুলি বেলি গোলাপ মালতী,
জাতি জুতি জবা চপা টগৰ সেউতী।
এতেক ৰূপহ ফুল নিজৰ ঘৰত,
তাতো আশা কিয়, সখী, পৰৰ ফুলত?'

'সি ফুলত বাজে মোৰ আন ফুল নাই;
কত ভাল পাওঁ তাক, নেজানিলা হায়!'

'তুমি যে ইমান তাক ভাল পোৱাঁ সখী!
সি তোমাক ভাল পোৱা কিয় নো নেদেখি?'

'যেতিয়া হলোঁ গৈ মই ওচৰত থিয়,
মৰম নকৰে যদি, চাইছিল কিয়।'

'শাঁতিৰে নেথাকে চকু, যেনি তেনি যায়। *
ইকথাই মৰমৰ চিন নুবুজায়।'

'চাই চাই চেনেহৰ চকুলো টুকিলে,
মৰম নহলে, এনে কিয় বা কৰিলে।'

'নীয়ৰৰ পানীকেই চকুলো মানিলা;
নুবুজি নেজানি, সখী, ভ্ৰমত পৰিলা!'

'ঘনে ঘনে মোৰ ফালে হেপা মেলিছিল।'

'বতাহে লৰাই তাক তেনে কৰিছিল।'

'আহিলে যেতিয়া মোৰ লগত থাকিব,
আপুনি মোলই তাৰ মৰম লাগিব।'

---

* পাহীবিলাকৰ মাজৰ সৰু কোটৰটিকে চকু বোলে। ফুলপাহি অলপ লৰিলেই অৱশ্যে চকুও তাৰ লগতে ঘূৰিব।

'হাঁকুটি লগাই ফুল নোৱাৰি পাৰিব,
সৰু সৰু পাহী সৰি মাটিত পৰিব।
অইন উপায় আৰু বিচাৰি নেপাওঁ;
নেলাগে লোকৰ ফুল, আহাঁ সখী যাওঁ।
কাইলই যি ফুলৰ লাৱণ্য নেদেখোঁ,
তেনে ফুল তুলি আনি নিপিন্ধিলে একো।'
'কি বুলিম মই, একো বিচাৰি নেপাওঁ।
জানা সখী! ফুলপাহি লাগে মোক তেও।'

---

## ৰেগুলচ্।*

ৰোমাণবিলাকে ইটালিৰাজ্যৰ সীমাৰ বাজে, প্ৰথমে কাৰ্থেজ-বাসীবিলাকেৰে যুধ কৰে। প্ৰথম বিবাদ চিচিলি দ্বীপৰ অধিকাৰ সম্বন্ধে হয়; আৰু তাৰ°ৰা যি যুধ হয, সেই যুধ আঁঠ বছৰ কাল থাকে। ৰোমাণবিলাকে, কাৰ্থেজবিলাকৰ নিজৰ দেশত গৈ সিহঁতেৰে যুঁজিবলৈ এভাগ সৈন্য পঠিয়াবলৈ ঠিক কৰিলে। মেন্‌লিয়চ আৰু ৰেগুলচ্, দুই কন্সলক, সৈন্য আৰু জাহাজ-জুমৰ গৰাকি পাতিলে। বাটত, কাৰ্থেজৰ জাহাজ-জুমাৰে সৈতে এখন ডাঙ্গৰ সাগৰ-যুঁজ হয়, আৰু পানীৰণৰ ভিতৰত, এই প্ৰথম পানীৰণত মাথোন ৰোমাণ-বিলাকে জয় লব পাৰিছিল। ইয়াৰ দ্বাৰা আফ্ৰিকালৈ যোৱা বাট মুকলি হল; কিন্তু সেনাবিলাকে, আগৈয়ে ঘৰৰপৰা ইমান নিলগলৈ কেতিয়াও নোলোৱা বাবে, অসন্তোষৰ চিন দেখু-

---

* Miss Younge ৰ লেখাৰপৰা ভাঙ্গনি।

খু'লে। সিহঁতে, মানুহ-শক্ৰুত বাজেও ভয়ঙ্কৰ অজগৰ, সিংহ আৰু হাতীৰ লগ পাম বুলি জানিছিল; তাৰ উপৰি, মুৰৰ ওপৰত প্ৰকোপিত বৰদ দিব, ভৰিৰ তলত সৈন্যযাত্ৰাই আমনি কৰিব। যিকিহওক, ৰেগুলচে টান মূৰ্ত্তিৰে সকলো গোৰ-নোৰণি মাৰ নিয়ালে। তেওঁ শুনাই দিলে যে, যি অভক্তি দেখুৱা'ব, তাৰ প্ৰাণদণ্ড হব। সৈন্য নিৰাপদে বাম উঠিল। তেওঁ ক্লাইপিয়াত এটা কোঠ মৰালে, আৰু তাৰ চাৰিও পিনৰ ঠাইবিলাক লুটিলে। তেনে সময়তে, ৰোমৰপৰা হুকুম আহিল যে, মেনলিয়চ উভতি আহিব লাগে, আৰু ৰেগুলচে যুধ চলাই থাকোক। ৰেগুলচৰ বৰ বেজাৰৰ কথা হল। তেওঁ বৰ দুখীয়া, আৰু এক একৰ মাটিৰ এখন সৰু খাতত বাজে তেওঁৰ একো নাছিল, আৰু যিটো মানুহক তাত খেতি কৰিবলৈ নিযুক্ত কৰিছিল, তেওঁৰ অনুপস্থিতি-কালত সিও মৰিল। এটা ধনত কাম কৰা খেতিয়কে তাৰ ভাৰ লৈছিল, কিন্তু সি অবিশ্বাসী হল, আৰু গৰু আৰু নাঙ্গল-যুৱলি চুৰ কৰি লৈ পলাই গল। তেওঁ সোনকালে উভতি নগলে লৰা-তিৰোতা অনাহাৰত থাকিব বুলি ৰেগুলচৰ মনত ভয় হল। যিকি-হওক, ৰাজসভাই তেওঁৰ পৰিয়ালক প্ৰতিপাল কৰিবলৈ গাত ললে, আৰু তেওঁ থাকিল।

দেশখন দেখিবলৈ বৰ শুৱনী, সাৰুৱা ধান পথাৰেৰে পৰি-পূৰ্ণ, আৰু ফলবান্ গছেৰে চহকী। সকলো চহকী কাৰ্থেজ-বাসীবিলাকৰ গাওঁ-ঘৰ আৰু বাগিচা আছিল। বাগিচা-বিলাক, নিজৰা, গছগছনি আৰু ফুল আদিৰে সুশোভিত। ৰোমাণ সেনাবিলাক পোনপটীয়া, বলী, ভয়ঙ্কৰ, আৰু নিপু-

তোৱাল। নিশ্চয় সিহঁতে এইবিলাক শান্তিময় দৃশ্যৰ বহুত অনিষ্ট কৰিব পায়; সিহঁতে তিনি শ খন গাওঁ লুটিছিল বুলি অহঙ্কাৰ কৰে, আৰু দয়া কি বস্তু, তেতিয়ালৈকে সিহঁতে বুজিব নোৱাৰিছিল।

অৱশেষত কাৰ্থেজবাসীবিলাকে জয়লাভ কৰিলে, আৰু স্বয়ং ৰেগুলচক ধৰিলে, আৰু কাৰ্থেজলৈ বান্ধি লৈ গল। তাত জিকাৰুবিলাকে মাজৰাতিলৈকে ভোজ পাতি ৰং-ধেমালি কৰিলে।

ৰেগুলচে দুখত আৰু সন্তাপত খীণাইশুকাই, দুবছৰ নিৰ্জ্জন বন্দিয়াৰভাৱত থাকিল। ইতিমধ্যত যুধ চলি আছিল, আৰু ৰোমাণবিলাকে এনে এখন নিষ্পতীয়া যুধ জিকিলে, যে কাৰ্থেজৰ মানুহবিলাকৰ মন ভাগিল, আৰু সিহঁতে সন্ধিৰ প্ৰস্তাৱ খুজিবলৈ ঠিক কৰিলে। সিহঁতে ভাবিলে যে, ৰোমত মানুহবিলাকে, ৰেগুলচৰ নিচিনাকৈ আনৰ কথাত সিমান কাণ নিদিব, আৰু সেই দেখি ৰাজদূতৰ লগত তেওঁক পঠিয়াই দিলে। কিন্তু পঠোৱাৰ আগেয়ে তেওঁক শপথ কৰালে যে, যদি কোনো সন্ধি বা বন্দিয়াৰৰ সলনাসলনি নহব, তেনেহলে তেওঁ বন্দীশাললৈ ফিৰি আহিব লাগিব। সিহঁতে নেজানিছিল, এটা বিশ্বাসী-হৃদয়ী ৰোমাণে নিজতকৈ তেওঁৰ দেশৰ নিমিত্তে— নিজৰ জীৱনতকৈ নিজৰ কথাৰ নিমিত্তে কিমান বেচি ভাব কৰে!

ক্ষীণ আৰু বিমন হৈ, সেই বন্দিয়াৰ যুদ্ধবীৰে, তেওঁৰ নিজৰ নগৰৰ ৰবদুৱাৰৰ মুখ পালে হি, কিন্তু ভিতৰ সোমাবলৈ অমান্তি হৈ বাজতে ৰল। তেওঁ কলে, "মই এতিয়া আৰু ৰোমাণ নাগৰিক নহওঁ। মই অসভ্যৰ গোলাম হলোঁ, আৰু

নগৰৰ চাৰি সীমাৰ ভিতৰত ৰাজসভাই বিদেশীৰ কথা নুশুনিব পাৰে।”

তেওঁৰ ঘৈণীয়েক মাৰ্চিয়াই লগত দুটি পুতেকক লৈ তেওঁক সম্ভাষা কৰিবলৈ লৰি গল, কিন্তু তেওঁ চকুৰে ওপৰলৈ নেচালে, আৰু তেঁওবিলাকৰ মন-কাণৰ তল মানুহৰ নিচিনাকৈ, এটা সামান্য গোলামৰ নিচিনাকৈ, তেওঁবিলাকৰ মৰমসাদৰ গ্ৰহণ কৰিলে। আৰু বিস্তৰ কাবৌমিনতি কৰাতো, তেওঁ নগৰৰ বাজতে থাকিল, আৰু যিখনি সৰু খাতক তেওঁ ইমান ভাল পাইছিল, তালৈও এবাৰ যাব নুখুজিলে।

তেওঁ ভিতৰলৈ নোযোৱাত, ৰোমৰ ৰাজসভাই বাহিৰলৈ আহি সভা পাতিলে।

প্ৰথমে দূতে তেওঁবিলাকৰ কথা কলে, পাচে ৰেগুলচে থিয় হৈ এনেভাৱে কবলৈ ধৰিলে, যেন তেওঁ কৰ্ত্তব্য পাঠ আওঁৰাইছে, “হে ৰাজপুৰুষ সকল! মই কাৰ্থেজবাসীবিলাকৰ গোলামস্বৰূপে, গিৰিহঁতৰ হৈ, আপোনালোকেৰে সন্ধি আৰু বন্দিয়াৰৰ সলনাসলনি বিষয়ে প্ৰস্তাৱ কৰিবলৈ আহিছোঁ।” তেতিয়া তেওঁ দূতবিলাকৰ লগত তাৰপৰা গুচি আহিবলৈ মুখ লুটিয়ালে, কিয়নো এজন বিদেশীয়ে ৰাজসভাৰ কাৰ্য্যাৱলীত যোগ নিদিব পাৰে। তেওঁৰ আগৰ বন্ধুবিলাকে, তাত থাকিবলৈ, আৰু যি পূৰ্ব্বে দুবাৰ কন্সল হৈছিল, তেনে এজন ৰাজপুৰুষৰ নিচিনাকৈ নিজৰ মত কবলৈ, তেওঁক ৰবকৈ ধৰিলে, কিন্তু তেওঁ সেই পদৰ দাওৱা কৰি, তাৰ মান কমাবলৈ অস্বীকাৰ কৰিলে, কাৰণ এতিয়া গোলাম হল। কিন্তু যদিও কাৰ্থেজবাসী গিৰিহঁতৰ হুকুমত তেওঁ থাকিল, তথাপি আসন নললে।

তেতিয়া তেওঁ কবলৈ ধৰিলে। তেওঁ ৰাজপুৰুষবিলাকক যুধত অধ্যবসায় ধৰিবলৈ কলে। তেওঁ কলে, "কাৰ্থেজবাসী-বিলাকৰ মই নিজ চকুৰে বিপত্তি দেখিছোঁ, আৰু সন্ধি কেৱল কাৰ্থেজৰ হিতলৈ হব, ৰোমৰ নহয়। সেই দেখি মই আপোনা-লোকক যুধত ধৰি থাকিবলৈ কওঁ।" তাৰপৰা তেওঁ বন্দি-য়াৰৰ সলনাসলনি বিষয়ত কলে, "যিবিলাক কাৰ্থেজৰ সেনা-পতি ৰোমাণবিলাকৰ হাতত আছে, তেওঁবিলাক সুস্থ আৰু সবল হৈ আছে, কিন্তু মই নিজে ইম্যান কৃশ হলোঁ যে, আকৌ কাম কৰিবলৈ মোৰ শক্তি নেথাকিব। আৰু মোৰ মনে ধৰিছে, শত্ৰুৰে মোক লাহে লাহে বিহ দিছে, আৰু মই সৰহ দিন নিজীওঁ।" এইবিলাক কাৰণ দেখুৱাই তেওঁ জোৰ দি কলে যে, বন্দিয়াৰৰ সলনাসলনি কেতিয়াও হব নেলাগে।

তেওঁক নিজৰ বিপক্ষে নিজক কোৱা দেখি, আন কি, ৰোমাণবিলাকেও আচৰিত মানিলে, আৰু ৰোমৰ প্ৰধান পুৰো-হিত আহি স্পষ্টকৈ কলে যে, তেওঁক যেতিয়া বলাৎকাৰেৰে শপথ খুওৱা হৈছে, তেওঁ আকৌ বন্দিয়াৰ সোমাবলৈ বাধ্য নহয়। কিন্তু ৰেগুলচৰ সাধু অন্তঃকৰণে এই কথালৈ এক নিমিষো কাণ নেপাতিলে। তেওঁ কলে, "আপোনালোকে মোক অপমান কৰিবলৈ ঠিক কৰিছে নে কি? মৰণ আৰু দুৰ্ঘোৰ যাতনা মোৰ নিমিত্তে যে আছে, মই এই কথা নজনাকৈ থকা নাই; কিন্তু এটা অপমানৰ লাজ আৰু পাপমনৰ বিষৰ তুলনাত এইবিলাক কি? মই যদিও কাৰ্থেজৰ গোলাম হলোঁ, তেওঁ মোৰ গাত এতিয়াও ৰোমাণৰ তেজ আছে। মই উভতিবলৈ শপথ কৰিলোঁ। মোৰ কৰ্ত্তব্য কাম, যোৱাটো; বাকি অংশ ঈশ্বৰৰ হাতত।"

ৰাজসভাই ৰেগুলচৰ উপদেশকে সিদ্ধান্ত কৰিলে। কিন্তু তেওঁৰ আত্মোৎসৰ্গৰ বাবে, তেওঁবিলাকে মনত বৰ দুখ কৰিলে। তেওঁৰ ঘৈণীয়েকে বিলাপ কৰিলে, আৰু কলে যে, তেওঁবিলাকে তেওঁক ধৰি ৰাখিব; কিন্তু সকলো চেষ্টা মিছা হল; কামৰ ভিতৰত তেওঁবিলাকে কেৱল বাৰে বাৰে তেওঁক থাকিবলৈ অনুমতি কৰিব পাৰিছিল; কিন্তু তেওঁৰ কথা লুটিয়াবলৈ একোৱে তেওঁক বুজাব নোৱাৰিলে, আৰু তেওঁ যি মৰণ আৰু ফাটেকৰ লোৱা পাম বুলি জানি থৈছিল, তাকে পাবলৈ ইমান ধৈৰ্য্যেৰে ফিৰি গল, যেন তেওঁ নিজৰ ঘৰলৈ হে উলটি গৈছিল।

---

## দ্ৰৌপদীৰ সয়ম্বৰ।*

পাণ্ডৱে একচক্ৰা নগৰ এৰি, আন এখন নগৰলৈ যাত্ৰা কৰিলে। তেওঁবিলাকে তালৈ আহি দেখিলে যে, প্ৰত্যেক মানুহেই, পঞ্চাল দেশৰ ৰজাৰ জীয়ৰী দ্ৰৌপদীৰ সয়ম্বৰৰ বিষয়ে নানা কথাৰ তোলপাৰ কৰিছে। সয়ম্বৰ হবলৈ অলপ দিন মাথোন বাকি আছে। সকলোৰ মুখত শুনি, এই জনা কুমাৰী সংসাৰৰ সকলোতকৈ শুৱনী, আৰু ইমান জেউতীয়া আৰু লীলাচতুৰ, যেন তেওঁ এই মাত্ৰ দেৱ-নগৰৰপৰা নামি আহিছে; আৰু পৃথিবীৰ চাৰিও কোণৰ সকলো ৰজা আহি সয়ম্বৰত উপস্থিত হব, আৰু এনেটী সুন্দৰী ছোৱালীক পত্নীৰূপে

---

* হুইলৰ চাহাবৰ ভাৰতবৰ্ষৰ ইতিহাসৰপৰা ভাঙনি।

লাভ কৰিবলৈ যত্ন কৰিব। পাঁচ পাণ্ডৱে দ্ৰৌপদীৰ এই-বিলাক কথা শুনি জৰ্জ্জৰিত হল, আৰু সয়ম্বৰলৈ যাবলৈ মন স্থিৰ কৰিলে; তেওঁবিলাকৰ ছোৱালীটীৰ কথাকে ভাবি থকাত, ৰাতি তোপনি নাহিল। ৰাতি পুওৱা মাত্ৰকে, তেওঁ-বিলাকে কুন্তীক ধৌম্য পুৰোহিতৰ হাতত গটাই দি এটা ঘৰত থলে; আৰু দ্ৰুপদ ৰজাৰ নগৰ কামপিল্যৰ অভিমুখে সাধ্য অনুসৰি বেগেৰে যাবলৈ ধৰিলে। তেওঁবিলাকে নগৰ পাই দেখিলে গৈ যে, অসংখ্য ৰজাই, হাতী, ঘোঁৰা, দলবলেৰে আহি শিবিৰ পাতি আছে, আৰু সয়ম্বৰলৈ নানা ঠাইৰপৰা বামুণ, ক্ষত্ৰিয়, সাউদ, তামাচা-লোক, দৰ্শক প্ৰভৃতি লোক আহিছে। নগৰৰ বাহিৰে, চাৰি সীমাত গড়েৰে সুশোভিত এখন ডাঙৰ পথাৰ কৰা হৈছে। তাতে ৰজাবিলাকে ধনু-ৰ্ব্বিদ্যাত নিজৰ নৈপুণ্য দেখাব। তাৰ চাৰিও পিনে, নাম-প্ৰখ্যাত নিমন্ত্ৰিত লোকবিলাক থাকিবৰ নিমিত্তে, চক্‌মকীয়া মন্দিৰ, অৰু সয়ম্বৰৰ কাৰ্য্য-ক্ৰীড়া দেখিবৰ নিমিত্তে ওখ মঞ্চ সজা হৈছে। পথাৰৰ এচুকত এটা ভয়ানক ওখ খুঁটা আছে, তাৰ মূৰত এটা সোণৰ মাছ আঁৰি থোৱা আছে, তাৰ তলত এখন চক্ৰ অনবৰত চক্‌চক্-কৰে ঘূৰি থাকিব লাগিছে। দ্ৰুপদ ৰজাৰ এয়ে পণ যে, চক্ৰ ঘূৰি থাকোঁতে যিজনে তাৰ মাজে দি কাঁড় মাৰি মাছৰ চকু বিন্ধিব পাৰিব, দ্ৰৌপদী তেওঁৰে পত্নী হব।

আহাৰ-বিহাৰ, ৰং-ধেমালিত ষোল দিন কাটি গল, তেতিয়া কামপিল্য নগৰত সয়ম্বৰৰ পুৰা-কাল প্ৰকাশিত হল; আৰু সূৰ্য্যৰ উদয় হলত কেও পিনে জাকজমকাল নিচান উড়িবলৈ

ধৰিলে, ঢাক-শব্দ আৰু ভেৰী-ৰৱৰ দ্বাৰা নগৰময় সয়ম্বৰৰ ঘোষণা হল। নগৰৰ সকলো লোক আহি পথাৰত একত্ৰীত হল, আৰু গড়ৰ চাৰিও কাষে জমিল। ৰজাৰ সুসজ্জিত সৈন্যবিলাকে সুন্দৰৰূপে শান্তিৰক্ষা কৰিবলৈ ধৰিলে। নৰ্ত্তক আৰু তামাচা-লোক, বাজিকৰ আৰু গায়ক, নায়ক আৰু পালোৱান, মাল আৰু অস্ত্ৰ-যুজাৰুবিলাকে বিবিধ ক্ৰীড়াৰ দ্বাৰা দৰ্শকবিলাকক আমোদিত কৰিছিল। ৰজা আৰু বীৰবিলাকে মঞ্চত নিজ নিজ আসন অধিকাৰ কৰিলে; আৰু তাতে পাণ্ডৱবিলাকে ঘোৰ শত্ৰু ৰজা দুৰ্য্যোধন, উচ্চাকাঙ্ক্ষী কৰ্ণ আৰু আন আন কৌৰৱ বীৰবিলাকক দেখিবলৈ পালে। কৌৰৱবিলাকে, ইমান দিনে পাণ্ডৱবিলাক নিশ্চয় মৰিল বুলি ভাব কৰিছিল। সেই সভা-স্থলীত, দ্বাৰকাৰ অধিপতি কৃষ্ণ আৰু তেওঁৰ ককায়েক সুৰা-ভক্ত বলৰাম উপস্থিত আছিল। পছিমৰপৰা সিন্ধুৰাজ জয়দ্ৰথ, আৰু গান্ধাৰ দেশৰ ৰজাৰ দুজন পুতেক আহিল। পূবৰপৰা কোশল-ৰাজ বৎসৰাজ, মগধ-ৰাজ জৰাসন্ধ আৰু পাণ্ডুৰ-ৰাজ বসুদেৱ আহিল। দক্ষিণৰ-পৰা চেদীৰাজ শিশুপাল, বিৰাট-ৰাজ বিৰাট আৰু মদ্ৰৰ'জ শল্য আ'হিল। এইবিলাকত বাজে আন আন যিবিলাক ৰজা আহি'ছিল, সেইবিলাকৰ গণনা কৰিব নোৱাৰি। মঞ্চত ঠাই লোৱা আগন্তুকবিলাকক সকলো বিধৰ আহাৰাদি দ্ৰব্য যোগোৱা হৈছিল; গোন্ধ-বিলোৱা মানুহবিলাকে গোলাপপানী, চন্দন, সুগন্ধী কাঠ, আৰু আন গোন্ধ-পানী বিলাই ফুৰিছিল।

অলপ সময়ৰ পাচত, ৰাজকুমাৰীয়ে আকাঙ্ক্ষী সভায় লোকবিলাকৰ মাজলৈ সৰ্ব্বলাৱণ্যেৰে আহিবৰ কাল উপস্থিত

হল। সুন্দৰী চিকুণ সাজেৰে সজ্জিতা, আৰু প্ৰদীপ্ত ৰত্নাদিৰে অলঙ্কৃতা হল, আৰু তেওঁ হাতত এধাৰি বৰমাল্য ললে। তেওঁ তাক যাৰ কণ্ঠত পিন্ধাব, সেই সুভগীয়া পুৰুষেই তেওঁৰ স্বামী হব। তেতিয়া বামুণবিলাকে দেৱতাৰ মহিমা-কীৰ্ত্তন কৰি শ্লোক গাবলৈ ধৰিলে, আৰু স্তুতিবাদেৰে আকাশ পৰিপূৰ্ণ কৰিলে। ইয়াৰ পাচত, দ্ৰৌপদীৰ ককায়েক ধৃষ্টদ্যুম্ন ভনীয়েকৰ কাষত থিয় হৈ কবলৈ ধৰিলে। গোটেই সভা নিমাত হল। তেওঁ ঘোষণা কৰিলে, যেয়ে বাণপ্ৰয়োগ কৰি প্ৰথম বাৰতে, সোণালি মাছৰ চকু বিন্ধিব পাৰিব, তেওঁৱে সেই কন্যা পাব। যুবৰাজে তেতিয়া দ্ৰৌপদীক, এজন-এজনকৈ কন্যাপ্ৰাৰ্থীবিলাকৰ নাম আৰু গোত্ৰ কলে। তেওঁ সভাৰ সকলোকে শুনাই আকৌ ঘোষণা কৰিলে, যেয়ে লক্ষ্য বিন্ধিব, দ্ৰৌপদীয়ে তেওঁৰে কণ্ঠত মালা পিন্ধাব, আক সেই দিনৰপৰা দ্ৰৌপদী তেওঁৰ হব। ধৃষ্টদ্যুম্নে তেতিয়া ৰজা আৰু বীৰবিলাকলৈ চাই কলে :—এয়া দ্ৰৌপদী—মোৰ ভনী; একে বাৰতে, লক্ষ্য বিন্ধিব পৰা, নিজৰ শক্তি আৰু নিপুণতা আছে বুলি যি জানে, তেওঁ উঠি, সয়ম্বৰৰ প্ৰতিজ্ঞাকাৰ্য্যসাধন কৰাক।

এই কথাৰ পাচত ৰজাবিলাক আসনৰপৰা উঠিল, আক সোণালি মাছৰ খুঁটাৰ ওচৰলৈ চাপিল ; চক্ৰ অবিৰাম ঘুৰিবই লাগিছিল। যিথন শকত আৰু গধুৰ ধেনুৰে বাণ এৰিব লাগিব, তেওঁবিলাকে তাক ভালকৈ চাই ললে। যদিও প্ৰত্যেকে আনৰ প্ৰতি ঈৰ্ষান্বিত, তথাপি, কোনেও ধেনু তুলিবলৈ সাহ নকৰে, কিজানি চেষ্টা বিফল হয়, আৰু তেতিয়া

সকলোৱে লাজ দিব। কিছু সময়ৰ পাচত, এজন ৰজা আগ বাঢ়িল, আৰু ধেনু ভিৰাবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। আন এজন, আকৌ আন এজন আহি ধেনুত যোৰ দিবলৈ চালে, কিন্তু সকলো অপাৰগ হল, কাৰণ তাৰ অপৰিমিত জোৰ আৰু ভযানক আকাৰ। অনেক ৰজাই চেষ্টা কৰিলে, আৰু অলঙ্কাৰ খহাই থৈ, সাধ্যমতে জোৰ দিলে, কিন্তু এজনেও ধেনু ভিৰাব নোৱাৰিলে। তেতিয়া বীৰোৎসাহী ধনুর্দ্ধৰ কৰ্ণ আহি ক্ৰীড়াস্থলীত সোমাল। সকলো লোকৰে মন ভাঙ্গি দি, আৰু আটাইকে আচৰিত মনাই, তেওঁ ধেনু ভিৰালে, আৰু যোৰত বাণ খুৱালে। সকলোৱে ভয় কৰি থাকোঁতেই, আত্মাভিমানিনী দ্রৌপদীয়ে মনত ঠিক কৰিলে যে, এটা ৰথীৰ পুতেক তেওঁৰ প্ৰভু হব নোৱাৰে; আৰু উলিয়াই চিঞৰি কলে, "মই হীন জাতৰ মানুহক বিয়া নকৰাওঁ!" লাজত কৰ্ণৰ বিভ্ৰম হল, কাৰণ তেওঁ নিজৰ নীচ জাতৰ কথা বুজি পায়। তেওঁৰ খং উঠিল, আৰু তিতা লাগিল, কিন্তু তেতিয়াই ক্ৰীড়াস্থলীৰপৰা মিচিকিয়াই ওলাই আহিল আৰু সূৰ্য্যলৈ চাই কলে :—"হে সূৰ্য্য! তুমি সাক্ষী থাকিবা, চক্ৰৰ বাটে দি কাঁড মাৰি সোণালি মাছৰ চকু বিন্ধিব নোৱৰা বাবে মই পলাই অহা নাই। মই সিদ্ধিলাভ কৰিব পাৰিলেও, দ্রৌপদীয়ে মোক গ্ৰহণ নকৰে, এই কাৰণে হে মই ধেনু এৰিলোঁ।" * তেতিয়া চেদীৰ ৰজা শিশুপাল, আৰু মগধৰ প্ৰখ্যাত ৰজা জৰাসন্ধে, ইজনৰ পাচে সিজনে ধেনু ভিৰাবলৈ

---

* কাশীদাসে, কৰ্ণৰ, লক্ষ্য বিন্ধিব নোৱৰাৰ আন কাৰণ দিছে।

চেষ্টা কৰিলে, কিন্তু দুয়ো পৰাস্ত হ'ল। এই কাম তেনেকুৱা পৰাক্ৰমী ৰজাৰ সাধ্যাতীত হোৱা দেখি,আন আন বীৰবিলাকে ধেনু ছুবলৈয়ে সাহ নকৰিলে, জানোচা তেওঁবিলাককো মানুহে হৈ দিয়ে।

এতে বেলি, পাণ্ডৱবিলাকে ব্ৰাহ্মণমণ্ডলীৰ মাজত থিয় দি আছিল। অৰ্জ্জুনে সিহঁতৰ মাজৰ পৰা ওলাই আগ বাঢ়িল, আৰু গৈ ধেনুখন তুলি ললে। সযম্বৰত জয়লাভ কৰিবৰ নিমিত্তে এটা বামুণক চেষ্টিত হোৱা দেখি, সভাৰ সকলোৱে আশ্চৰ্য্য হৈ কেৰিয়াল কৰিবলৈ ধৰিলে। কোনো কোনোৱে অৰ্জ্জুনক উপহাস কৰি কলে :—'সকলো বৰ বৰ ৰজাই যাক কৰিব নোৱাৰিলে, এনে এটা মহৎ কাম এটা বামুণে কৰিব নে?" কোনোৱে বা চিঞৰি কলে :—"বামুণে যদি তাৰ শক্তি আৰু কাৰ্য্যদক্ষতা নেজানিলেহেঁতেন, সি চেষ্টা নকৰিলে-হেঁতেন।" যিবিলাক প্ৰকৃত বামুণ আছিল, সকলোৱে মনত ভয় হ'ল, জানোচা এই কাৰ্য্যৰ দ্বাৰা ৰজাবিলাক অসন্তুষ্ট হয়, কাৰণ তেতিয়া সিহঁতে দান-দক্ষিণাৰ পৰা বঞ্চিত হব পাৰে। সিহঁতে অৰ্জ্জুনক থাকিবলৈ কাকুতি কৰিলে; কিন্তু তেওঁ নিন্দাবাদ বা শলাগ-কথা একোলৈ কাণ নিদিছিল। অৰ্জ্জুনে দ্ৰোণগুৰুক স্মৰণ কৰিলে, আৰু তেতিয়া ধেনুখন ভিৰালে, তাত জৰী লগালে, আৰু ডোলত কাঁড় খুৱাই, চক্ৰৰ মাজেদি কাঁড় এৰি দিলে, আৰু সোণালি মাছৰ চকু বিন্ধিলে। তেতিয়া, দূৰৈৰ বজ্ৰৰ ঠনঠনি আৰু ঘন ঘন শব্দৰ নিচিনাকৈ, সেই দুৰ্জ্জয় সভাৰপৰা জয়ধ্বনি হ'ল; বামুণবিলাকে আনন্দত উত্ৰাৱল হৈ উত্তৰীয়-কাপোৰ জোকাৰিবলৈ ধৰিলে; ঢাক-

ঢোলৰ আনন্দ-বাজনাৰে আকাশ পূৰ্ণ হল। সুন্দৰী দ্ৰৌপদীয়ে সেই ডেকা বীৰপুৰুষৰ ৰূপৰ চমৎকাৰিত্ব দেখি বৰ বং পালে, আৰু তেওঁৰ ককায়েকে কৈ থোৱা উপদেশমতে অৰ্জ্জুনৰ কণ্ঠত বৰমাল্য দিলে, আৰু সয়ম্বৰৰ বিধি অনুসাৰে তেওঁক লৈ যাবলৈ অনুমতি কৰিলে।

কিন্তু ইতিমধ্যত ৰজাবিলাক অগ্নিমূৰ্ত্তি হৈছিল, আৰু কবলৈ ধৰিলে :—"এজন ৰজাই কন্যা পাব নোৱাৰিলে নে, আৰু আমাক এটা বামুণে অপমান কৰিব? দ্ৰুপদ ৰজাই আমাক সয়ম্বৰলৈ নিমন্ত্ৰণ কৰিব, আৰু জীয়েকক এটা বামুণক দিব? ৰজাৰ জীয়েকে সদাই ক্ষত্ৰিয়ক বৰিব লাগে, আৰু এটা বামুণে আমাৰ অধিকাৰত হাত দিব? বামুণ অবধ্য, কিন্তু পাপিষ্ঠ দ্ৰুপদৰ বংশ উচ্ছন্ন কৰোঁ।" এই কথা কৈ, তেওঁবিলাকে অস্ত্ৰ উলিয়াই খঙৰ মূৰ্ত্তিৰে দ্ৰুপদ ৰজাক বেৰি ললে; আৰু ৰাজকন্যাক ভয় দেখালে যে, যদি তেওঁ এজন ক্ষত্ৰিয়ক নবৰে, তেনেহলে তেওঁক জুইত পুৰি মাৰিব। কিন্তু পাণ্ডৱবিলাকে দ্ৰুপদৰ ৰক্ষাৰ নিমিত্তে ওলাল, আৰু ৰজাবিলাকেৰে যুজি আশ্চৰ্য্য বীৰত্ব দেখালে, আৰু বামুণবিলাকে তেওঁক সাহায্য দিবলৈ ঠেলাঠেলি আৰম্ভ কৰিলে। এনে সময়ত, দ্বাৰকাৰ ৰজা কৃষ্ণে, পাঁচ ভাই-ককায়েকৰ ছদ্মবেশ চিনিব পাৰিলে, আৰু সান্ত্বনা-কথাৰে ৰজাবিলাকৰ খং লঘু কৰিলে, আৰু তেওঁৰ মত দিলে, বামুণে দ্ৰৌপদীক ধৰ্ম্মানুসাৰে লাভ কৰিছে। সকলো ৰজাই গোমোঠা খঙত ঘৰলৈ উলটিল, আৰু পাণ্ডৱবিলাকে, অৰ্জ্জুনৰ পুৰস্কাৰ ৰূপৱতী দ্ৰৌপদীক লগত লৈ যাবলৈ অনুমতি পালে।

## জোনটিলৈ চাই।

ভনীয়েক—চোৱাঁ হে বাইটী ! হেৰা, চোৱাঁ ফুলপাহি,
কেনে নো জেউতি, আৰু কেনেকুৱা হাঁহি।
চাই হে থাকিম যেন, জানা মোৰ এনে মন ;
পাবে নে কোনোবা হব এনে কাঠচিত,
যাৰ প্ৰাণ নপমিব এনেটি হাঁহিত।

লৰি লৰি ফুলপাহি কেনেকই যায়।
ফুলি আছোঁ বুলি, দেহি, জগত জনায়।
তুলি আনি তেও হায় ! খোপাত পিন্ধোঁতা নাই !
—ভাবি পালে জগততে কাবো চকু নাই।
ফুলি ফুলি ফুলপাহি আকৌ মাৰ যায়।

ফুলটিৰ কেনেকই কলা হল হিয়া, *
অ বাইটী ! চোৱাঁচোন, নেলাগে নে বেয়া ?
চাই আছে কেনেকই, আমনজীমনকই !
তথাপি কোনোৱে তাক হাত মেলি নানে।
মানুহে ফুলৰ, হায়, আদৰ নেজানে !

বায়েক—ভনীটী ! আজলী তুমি, চুমা এটি দিয়াঁ।
ই কথাত মানুহৰ দোষ নাইকিয়া :
আছে ফুল আকাশত,— নেযায় তালই হাত।
কিন্তু পৃথিবীত হয় যি ফুল উৎপন,
তাতো মানুহৰ, হায়, কেনে অযতন !

---

* জোনৰ কলঙ্কৰ বিষয়ে কোৱা হৈছে।

# নুৰুদ্দিন আলিয়ে, তেওঁৰ পুতেক বদ্ৰুদ্দিন হোসেনক দিয়া সাংসাৰিক উপদেশ।

—আৰব্য উপন্যাস।

১। সকলো বিধ মানুহেৰে ঘনিষ্ঠ সম্বন্ধ নেৰাখিবা। তোমাৰ মনৰ কথা তোমাৰ মনত থবা; মনোভাব আনৰ আগত নকবা।

২। কাৰো ওপৰত অত্যাচাৰ নকৰিবা; কাৰণ তেতিয়া তোমাৰ ওপৰত সকলোৰে ঘিণ হব। সংসাৰ মহাজন; তাৰ ওচৰত তুমি পৰিমিতাচাৰ, অনুকম্পা, আৰু সহিষ্ণুতাৰ ধৰুৱা।

৩। তোমাক কোনোবাই গালি পাৰিলে, মুখেৰে নেমাতিবা। যি মনে মনে থাকে, তাৰ বিপদ নাই। মৌন জীৱনৰ অলঙ্কাৰ আৰু ৰক্ষক। ধুমুহা বৰষুণৰ নিচিনাকৈ, আমাৰ কথাই সকলো নষ্ট কৰিব নেলাগে। তাকৰ কথা কোৱা বাবে কোনো মানুহ বিপদত পৰা নাই; কিন্তু সৰহ কথা কোৱাত, অনেক লোকৰ দুৰ্ঘটনা হৈছে।

৪। মদপান নকৰিবা, কাৰণ মদেই সকলো পাপৰ আদি-কাৰণ।

৫। তুমি পৰিমিতব্যয়ী হবা; যদি তুমি তোমাৰ সম্পত্তি মিছাতে নুৰোৱাঁ, তেনেহলে টানত সি তোমাক পুহিব। তুমি অতিদানী হবা বা অতিকৃপণ হবা, মই এনে কথা কোৱা নাই; যিমানেই কি কম পোৱাঁ, তাকে নিয়মিতৰূপে চলাবা, আৰু উচিত কামত তাৰ ব্যয় কৰিবা,—তেতিয়া তোমাৰ অনেক বন্ধু হব। কিন্তু তোমাৰ বিস্তৰ সম্পত্তি থাকিলেও, যদি তাৰ অপব্যয় কৰাঁ, তেনেহলে সংসাৰে তোমাক এৰিব।

# কাগজ।

কাগজৰপৰা মানুহৰ কিমান উপকাৰ হৈছে, তাক বৰ্ণিব নোৱাৰি। এই কাগজৰ দ্বাৰাই বিদ্যাপ্ৰচলনৰ অতিসুচল হৈছে। আমাৰ কিতাপবিলাক ইয়াৰেই নিৰ্ম্মিত। কিতাপ সভ্যতাৰ প্ৰধান পৰিচালক। প্ৰত্যেক মানুহৰ নিমিত্তে স্মৃতি-শক্তি যেনে, মনুষ্যজাতিৰ নিমিত্তে কিতাপ তেনে। কিতাপ থকা বাবেই, আমি পূৰ্ব্ব পূৰ্ব্ব মহাপুৰুষ সকলৰ ভাববিলাক অধিকাৰ কৰি, নিজক উন্নত কৰিব পাৰিছোঁ। সেই ভাব-বিলাক সাঁচি থবৰ একো উপায় নোহোৱা হলে, আমি আজিও অজ্ঞানৰ এন্ধাৰত পৰি থাকিব লাগিলহেঁতেন। এতিয়া সুগমৰূপে বুজিব পাৰি, কিতাপে আমাৰ কিমানদূৰ হিতসাধন কৰিছে। এনে কিতাপ, কাগজৰপৰা হৈছে।

পূৰ্ব্বকালত যদিও কাগজ নাছিল, তথাপি লিখনকাৰ্য্য যে মূলেই নচলিছিল, এনে নহয়। মানুহবিলাকে বট, আহঁত কল, তাল-আদি গছৰ পাতত লিখিছিল। আৰু ছালবো ব্যৱহাৰ আছিল। আমাৰ দেশত আজিকালিও সাঁচি পাতেৰে পুথি লিখা হয়। সাঁচি-পাত সোনকালে নষ্ট নহয়, আৰু অনেক দিনলৈকে থাকে।

কাগজ কৰাৰ প্ৰণালী এনেকুৱা ;—ফটাকানি, পাট, শণ, এইবিলাকৰপৰাই খাইকৈ কাগজ কৰা হয়। সুতাবিলাক যেন খহটা বা মিহি হয়, কাগজো তেনে খহটা বা মিহি হয়। সেই দেখি, ফটাকাণিবিলাক আগধৰি বেলেগবেলেগকৈ বাছি, নিকাকৈ ধুব লাগে। সেইবিলাক ঢেকিত মিহিকৈ খুন্দি

অলপ পানীত পেলাই মণ্ডৰ নিচিনা কৰিব লাগে। আৰু তাৰ পাচত উমি উমি তপত হোৱা পানীৰে তাক গুলি লব লাগে। তেতিয়া সেই মণ্ডখিনি বাঁহ বা লোৰ শলিৰ এখৰ ছাকনীৰে এনেভাৱে ওপৰলৈ তুলি খন্তেক ধৰি থাকিব লাগে, যেন সি চাৰিও পোনে সমানভাৱে মেলি পৰে। অলপ বেলিৰ পাচতে ছাকনীৰ বিন্ধাই দি পানী-অংশ বৈ যাব। তেতিয়া তাক, ছাকনীখন লুটিয়াই, কাঠৰ পাত এচটাৰ ওপৰত নমাই থলেই, কাগজ নিৰ্ম্মিত হয়। কাগজৰ আকাৰ, ছাকনীৰ আকাৰৰ অনুৰূপ হয়। এইদৰে ওপৰে ওপৰে অনেক কাগজ জাপি, তাৰ ওপৰত এটা ডগাৰে হেঁচা দি থলে, বাকি পানীখনি ওলাই যাব। তেতিয়া এখন এখন কাগজ বেলেগাই শুকাব লাগে। তাকে কৰি, ভাত বা আন কোনো তেনে বস্তুৰ মাৰ ঘঁহি, আকৌ শুকাব লাগে। তেতিয়া কাগজবিলাক টান হৈ পৰে। তাৰ পাচত নিয়মমতে কাগজৰ কোষ কাটি, দিস্তা বান্ধি, সেইবিলাক বেচিবৰ নিমিত্তে থৈ দিয়া যায়।

ইওৰোপ আৰু আমেৰিকা দেশত এইবিলাক সকলো কাম, কলৰ সাহায্যেৰে হয়। এনে উপায় থকাত, কাগজ কৰিবৰ যে কিমান সুবিধা হৈছে, তাক কৈ এঁটাব নোৱাৰি। কলৰ দ্বাৰা, অলপ সময়তে অনেক কাগজ প্ৰস্তুত হয়, আৰু গুণতো সেইবিলাক বৰ উত্তম হয়। ব্ৰিটন আৰু ফ্ৰান্সৰ কাগজবিলাক আটাইতকৈ ভাল। জৰ্ম্মণি দেশত প্ৰায়েই বেয়া কাগজ হয়।

চীনদেশত কেঁচা বাঁহৰ গুৰা আৰু আন কেইবা বিধৰো গছৰ বাকলিৰপৰা কাগজ প্ৰস্তুত কৰা হয়। চীনদেশৰ

কাগজবিলাক বৰ পাতল। চীনবিলাকে কোনো এটা বহল আধাৰৰ ওপৰত, কাগজ শুকাবলৈ মেলি দিয়ে, আৰু মণ্ডাদি কেবল ওপৰ ভাগতে ঘঁহে। সেই দেখি সেইবিলাকৰ এপিঠি যেনে ভাল হয়, আন পিঠি তেনে নহয়। বঙ্গদেশতো কাগজ প্ৰস্তুত কৰা হয়। পূৰ্ব্বে শ্ৰীৰামপুৰত কাগজ প্ৰস্তুত হৈছিল, আজি কালি বালি আৰু টিটেগড়ত হয়। এই কাগজ বৰ ভাল হৈছে, আৰু ইয়াৰ প্ৰচলনো দিনে দিনে অধিক হব লাগিছে। দেশীয় বেপাৰৰ শ্ৰী যিমান বাঢ়ে, দেশৰ সিমান উন্নতি হয়।

আমি নানা বৰণৰ কাগজ দেখিবলৈ পাওঁহঁক। কাগজ তুলিবৰ সময়ত, মণ্ডৰ লগত যেনেকুৱা ৰং মিহলি কৰা যায়, কাগজো তেনেকুৱা ৰঙৰ হয়। বিলাতী কাগজৰ ২৪ টাত এক দিস্তা, আৰু ২০ দিস্তাত এক ৰীম হয়। কিন্তু জৰ্ম্মনী আৰু দেশী কাগজৰ গণনা বেলেগ। সেইমতে ২৫টাত এক দিস্তা হয়। ছাপাখানাৰ সুচলৰ নিমিত্তে, আজিকালি অনেক বিলাতী কাগজৰো দিস্তাত ২৫ টাকৈ থাকে।

ছাগলীৰ ছাল-আদিৰেও কাগজ প্ৰস্তুত হয়। নোম কাঢ়ি, ছাগলীৰ ছাল চূণৰ পানীত তিয়াই থব লাগে। তাৰপৰা তুলি সুন্দৰৰূপে চঁাচি তাক বেচ পাতল কৰিব লাগে। তাৰ পাচত, এবিধ শিলৰ দ্বাৰা ঘঁহি অতি মিহি কৰা হয়। তাকে ইংৰাজীৰে পাৰ্চ্‌মেণ্ট বোলে। পাৰ্চ্‌মেণ্ট বহুকাল ভালে থাকে।

---

## পখী।

—"আপোন মনেৰে উড়ি ফুৰোঁ, মলয়াত নাচি নাচি ঘুৰোঁ;
তথাপি মনৰ শান্তি নাই কিয় ?

মধুৰ মাতেৰে গাওঁ গীত,    সিও ভয় দিয়ে পৰাণত।
কত নোবিলাম অসুখীয়া জীৱ!
গছৰ ডালত পৰি থাকোঁ,    ছঁয়াটি মাথোন দেখোঁ।
সুখৰ দুখৰ ভাগী নাই কেওঁ।
কত দিন উঠিছে কণ্ঠৰ,    দেৱভাষী স্বৰগৰ সুৰ;
শুনি হাঁহিবলৈ নোলাল এটিও।
এৰি যাম নিৰ্জন কানন,    তুষিম গৈ মানুহৰ মন।"—
বন্দী হল পখী সোণালি সজাত।
ঠেও ধৰি কত গীত গালে,    নানাবিধ ভঙ্গী আচৰিলে।
নলাগিলে তাক মানুহে হাঁহিত।
ইদিনত সিদিন মিলিল,    একে ভাৱ কেনেবা লাগিল;
যাব গৈ খুজিলে মাৰি পাখি-ছাটি।
কোনে আহি হাতটি বুলায়,    ধীৰে ধীৰে সুছুৰি বজায়।
আৰু নেমানিলে সান্ত্বনা পখীটি!

---

## আহোম ৰাজত্বৰ আদি-বিবৰণ।

ইন্দ্ৰে সৰস্বতীক* আশ্ৰয় কৰি মনত কৰিলে, পৃথিবীত চন্দ্ৰ সূৰ্য্যবংশৰ অনেক ৰজা হৈ গৈছে, মই দেৱৰাজ, কিন্তু মোৰ বংশৰ ৰাজত্ব নাই; এতেকে মোৰ সন্তানবো পৃথিবীত ভোগ হওক।" এনে প্ৰস্তাৱ ঠিক কৰি তেওঁ বিশ্বকৰ্ম্মাক, † ৰাজ-পূজাৰ এটি মূৰ্ত্তি সাজিবলৈ আজ্ঞা কৰিলে। বিশ্বকৰ্ম্মাই চোমদেও ‡ নামেৰে এটি মূৰ্ত্তি কাটিলে। ইন্দ্ৰে বায়ুক § কটকী

---

* আহোমৰ মাতেৰে জাচিংফা।    † লাউথে।
‡ প্ৰকৃত নাম সোমদেৱ হব পায়।    §. লুংচাইনেত।

পঠাই, তেওঁৰ পুতেক খেনুখামক মতাই আনিলে, আৰু পৃথিবীত ৰজা হবলৈ কলে। খেন্‌খাম নিজে আহিবলৈ অমান্তি হল, কিন্তু তেওঁৰ পুতেক খুনলুং আৰু খুন্‌লাইক পঠিয়াবলৈ গাত ললে। ইন্দ্ৰেও তাতে মত দিলে। আৰু তেওঁ কলে, "খুন্‌লুং! তই বৰ, তয়ে ৰজা হবি; খুন্‌লাই সৰু, তোৰ লগত যুবৰাজ-স্বৰূপে থাকিব। আৰু এই চোমদেওক দিছোঁ, এওঁক নিতে পূজা কৰিব, আৰু বছেৰেকত মাঘত এবাৰ আৰু চ̄তৰ সংক্ৰান্তিত এবাৰ, শুকুলা কাপোৰ পিন্ধি বিধিমতে উলিয়াই গাধীৰ, গন্ধদ্ৰব্য আৰু গাঠিয়নেৰে ধুৱাই পূজা দি চাবি। তেতিয়া আঁঠ লাখ দেৱতা নামিব, আৰু ময়ো ইয়াৰ-পৰা চাম। দেৱতাক ধুওৱা পানী সকলোৱে গাত চেটিয়াবি আৰু খাবি। এই দেৱতাক সততে ঢুছুবি আৰু নেচাবি। আৰু আন কাকো ছুবচাব নিদিবি; আনে ছুলে চালে দেশত বিভ্ৰাট আৰু মাৰিমৰক হব। আৰু আদ্যাশক্তিত * খুঁজি এই হেংদানখনি দিছোঁ, ইয়াকে তই আওজা খুটাতে বান্ধি থবি; যি লোকে তোৰ বিদ্ৰোহাচৰণ কৰে, তাক সেৱা কৰাবি, যদি তাৰ ফাললৈ হেংদান ঘুৰি আপুনি মুখ কৰে, অৰ্থাৎ তাৰ ফাললৈ যদি ধাৰ-ভাগ হয়, তেতিয়া হে তাক কাটিবি; এয়ে নহলে নেকাটিবি, আৰু যি যি আৰৰী, তালৈ এই হেংদান টোঁৱাই দিবি; ভয় পাই ৰবিব। আৰু ইন্দ্ৰে বৰ সৰু দুটা ঢাক দি কলে, "শত্ৰু বাঢ়িলে, পূজা দি এই ঢাক কোবাই, মোলৈ জাননী দিবি, তেহে ৰাজশক্তি হব।" আৰু তেওঁ কাইচেংমুং নামেৰে ভুজুৰি কুকুৰা দি কলে, "ইয়াৰ

---

* খানুখামুফাকা।

ঠেঙ্গেৰে মঙ্গল চাবি, সেই মঙ্গলৰ মতে চলিবি; পাখিধনি মঙ্গলকৰ্ম্মত পিন্ধিবি, তোৰ ৰাজশক্তি বাঢ়িব; মুৰটোকে ডেউকা দুখনকে খাবি, তোৰ অশেষ বুদ্ধি হব, আৰু তই চক্ৰবৰ্ত্তী ৰজা আৰু প্ৰধান বাহুবলী হবি।" সেই কাইচেংমুঙ্গকেই কাইৰাক ফাও বোলে। ইন্দ্ৰে চন্দ্ৰ* আৰু সূৰ্য্যৰ † পুতেকক মন্ত্ৰী-স্বৰূপে সহায় দি, নীতিনিবন্ধ শিকাই, অনেক পণ্ডিত আদি দেৱাংশ প্ৰজাৰ লগত তেওঁবিলাকক বিদায় দিলে।

সকলো জাতিৰে সৈতে, চোমদেওক মুৰত লৈ, খুন্‌লুং আৰু খুন্‌লাই দুয়ো ভায়েক, হিন্দুমতৰ ৪৯০ শঁকৰ আঘোণত স্বৰ্গৰপৰা লোৰ শিকলিৰে নামি আহি এথম অৰাজক ঠাই পালে হি। তাকে আহোম মতে মুংৰিমুংৰাম বোলে। তাতেই পৃথিবীৰ লোকেৰে তেওঁবিলাকৰ পৰস্পৰ লগ হল। এনেতে খুন্‌লুঙ্গে কাইচেংমুঙ্গৰ বতৰা ললে, কিন্তু কোনেও তাৰ কথা কব নোৱাৰিলে। তেতিয়া খুন্‌লায়ে কলে বোলে তাক আনিবলৈ পাহৰা হল। ইয়াকে শুনি, খুন্‌লুঙ্গে তাৰ গুণবৰ্ণনা কৰি মনত বহুত দুখ কৰিলে, আৰু খুন্‌লাইক কলে যে, এতিয়াও তেওঁ গৈ তাক লৈ আহোক গৈ। কিন্তু তেনে জগৰীয়া হোৱাত, খুন্‌লায়ে যাবৰ সাহ নকৰিলে। তেতিয়া লঙ্গো নামেৰে এটা পৃথিবীৰ মানুহে কলে যে আজ্ঞা পালে সিয়ে যাব পাৰে। খুন্‌লুঙ্গে তাক যাবলৈ আজ্ঞা কৰিলে, আৰু তাৰ প্ৰাৰ্থনামতে থেহ দেশখন তাক দিবলৈ স্বীকাৰ কৰিলে। লঙ্গো গৈ সকলো বৃত্তান্ত ইন্দ্ৰক জনালে। তেতিয়া ইন্দ্ৰে চাই জানিব পাৰিলে যে হেংদান আৰু ঢাক ইয়াকো

---

* খুন্তন। † খুন্‌বান্।

আনিবলৈ তেওঁবিলাকে পাহৰি আহিল। ইন্দ্ৰে তেওঁবিলাকক বহুত খং কৰি, সেই তিনিওটা বস্তু লঙ্গোৰ হাতত দি পঠালে। লঙ্গোৱে ইন্দ্ৰৰ খঙ্গৰ কথা কৈ কলে, "কাইচেংমুঙ্গক মাৰি তাৰ মঙ্গহখিনি খাব, ঠেঙ্গৰে মঙ্গল চাব, পাখি পিন্ধিব; মুৰটো আৰু ডেউকা দুখন তই খাবি। আৰু সিহঁতে যে ইমানতে পাহৰি এৰি গল, সেই বাবে হেংদানখন তোক দিছোঁ। তই যে যেহ দেশখন খুজি আহিছ, সি বৰ দেশ, তেহে তাক বশ কৰিব পাৰিবি।" এই কথা সত্য মানি, খুন্‌লুঙ্গে হেংদান লঙ্গোক দিলে; আৰু কাইচেংমুঙ্গকো মাৰি লঙ্গোৱে কোৱা দৰেই কাম কৰিলে। তেওঁ তাৰ ঠেংগৰে মঙ্গল চালে। প্ৰথম মঙ্গলত, তেওঁৰ ফালে খোজ কঢ়া, আৰু লোকৰ ফালে আল-বঢ়োৱা দেখা গল; দ্বিতীয় মঙ্গলত, তেওঁৰ ফালে সেন আৰু লোকৰ ফালে চৰাই হল; তৃতীয় মঙ্গলত পোৱা গল যে, তেওঁ ৰজা হৈ বহি খাব আৰু হাতীত উঠি ফুৰিব—লা লিগিৰীৰে ঘৰ ভৰা হব।

ইয়াকে দেখি খুন্‌লুঙ্গে, আটাইকে বশ কৰিব পাৰিম হেন বুলি, সেই মুংৰিমুংৰামতে নগৰ কৰিবলৈ দুই মন্ত্ৰীক আজ্ঞা কৰিলে। নগৰত আয়ুবৰ বাটৎৰ কৰি, খুন্‌লুঙ্গে ঘোষণা কৰি দিলে যে, তেওঁ ৰজা, আৰু খুন্‌লাই যুবৰাজ হল। খুন্‌লায়ে এগছ সোণৰ গুণ কৰালে, আৰু কোনেও নজনাকৈ আয়ুবৰ শিপাতে পাঁচ মেৰ মেৰালে। পাচে তেওঁ ৰাজপদৰ আৰি কৰি কলে, "আয়ুবৰ শিপাত যদি তুমি দিয়া কিবা চিন আছে, তেহে তুমি মূলৰ ৰজা, নতুবা তুমি দুৰলীয়া হে। "খুন্‌লুঙ্গে ভায়েকক সংশয় নকৰি, আৰু মিছা কথাও কব নোৱাৰি কলে

"মই গছৰ শিপাত একো চিন দিয়া নাই।" খুন্‌লায়ে কলে, "খানি চাওক, মই শিপাতে তেতিয়া সোণৰ গুণাৰে বন্ধা-ইছোঁ।" শিপা খনালত, তাতে সোণৰ গুণা ওলাল, তেতিয়া খুন্‌লায়ে কলে, "মই হে মূলৰ ৰজা, তুমি দুৰ্বলীযা হে।" এনে বুলি খুন্‌লায়ে ককায়েকক দ্ৰোহ কৰি ৰজা হবৰ ইচ্ছা কৰাত, খুন্‌লুঙ্গে চুৰ কৰি চোমদেওক হাতত লৈ পলাই গৈ ইন্দ্ৰত জনালে গৈ। ইন্দ্ৰে শুনি শাপ দিলে যে, খুন্‌লায়ে চিৰকাল ৰজা হৈ থাকিবলৈ নেপাব, আৰু কলে, "সি যে ছল কৰি তাত ৰজা হল, তই মুংখুমুংজাও দেশত ৰজা হ গৈ। এনে বুলি কোৱাত, চোমদেওক লৈ খুনলুং আহি মুংখুমুংজাওতে ৰজা হল হি। তেওঁ ৪০ বছৰ ভোগ কৰি, পুতেকহঁতক দেশ বাঁটি দি স্বৰ্গী হল।

খুন্‌লাই মুংৰিমুংৰামতে ৰজা হৈ ৭০ বছৰ ভোগ কৰি প্ৰাণ এৰিলে। ইন্দ্ৰৰ শাপত তেওঁ স্বৰ্গলৈ যাব নোৱাৰিলে। তেওঁৰ পুতেক ত্যাও আই জেপত্যাংফা ৰজা হল। এওঁ ৪০ বছৰ ভোগ কৰি অপুত্ৰক হৈ স্বৰ্গী হল। এওঁ ৰজা হোৱা দিনৰেপৰা লাক্লিৰ গণনা চলিছে। এই হেতুকে এই লাক্লিকে আইজেপ লাক্লি বোলে। নৰা * আৰু মান দেশতো এই লাক্লি চলিত হৈ আছে।

মুংৰিমুংৰাম অৰাজক হলত, পাত্ৰ মন্ত্ৰীয়ে কটকী পঠাই মুংখুমুংজাও দেশৰ ত্যাওখুঞ্জুন ৰজালৈ জনালে। তেওঁ নিজৰ পুতেক থাম্পংফাক দিলে। এওঁৰ বংশ অনুক্ৰমে ৰজা হৈ আছিল। বহুত পুৰুষৰ পাচত এজন ৰজা অপুত্ৰক হৈ

* মুংকং দেশৰ নহচানুফা নৰা ৰজা।

মৰাত, জুন্‌লুং দেশৰ ৰজাৰ কোৰ্ৰক আনি ৰজা পতা হল। এই বংশৰে ত্যাওতাইলুং ৰজাই বৰ পুতেকক নিজ ৰাজ্য দি, সৰু পুতেক ফুত্যাংখাঙ্গক মুংমিতকুপ্‌কিংনাও দেশৰ ৰজা পাতি স্বৰ্গী হল। বৰ পুতেক অপুত্ৰক হৈ স্বৰ্গী হোৱাত, পাত্ৰ মন্ত্ৰীয়ে মুংখুমুংজাও দেশৰ খুঞ্জু ৰজাৰ বংশৰ এজনাক আনি ৰজা পাতি ললে। তেওঁৰ পাচত তেওঁৰ পুতেক চুখান্‌ফা ৰজা হল। ইপিনে, ফুত্যাংখাং ৰজাই, ডাঙ্গৰ দুই পুতেকক আন দুখন ৰাজ্য দি, সৰু পুতেক চুকাফাক নিজ দেশৰ ৰজা পাতি স্বৰ্গী হল।

পাচে জুন্‌লুং দেশৰ ৰজাৰে চুখান্‌ফা ৰজাৰ ৰণ লাগিল। সেই ৰণলৈ চুখান্‌ফা ৰজাই চুকাফা ৰজাৰ সাহায্য খুজি নেপালে। অতে চুখান্‌ফা ৰজাৰ খং হৈ, তেওঁ চুকাফা ৰজাৰ বিৰুদ্ধে যাত্ৰা কৰিবলৈ আলচ পাতিলে। চুকাফা ৰজাই এই কথাৰ বুজ পাই মুংকং দেশলৈ গল। তেওঁ সেই ৰজাৰ চোমদেওক লুকাই হাত কৰি লৈ, ১১৫০ শকৰ আঘোণত ভটিয়াই আহি সৌমাৰ দেশ পালে হি। ১৬ আঘোণৰপৰা সৌমাৰৰ পূৰ্ব্ব এক খণ্ডত ৰজা হল। তেওঁ আহোঁতে, ওপৰ খাম্‌জাঙ্গত নগা প্ৰভৃতিক জিকি সীমা কৰি, লগৰে বৰ গোঁহাইৰ ডেকা এজনক গাওঁখোৱা পাতিলে, আৰু সেই গাওঁৰে উৎপন্ন বস্তুৰে চৈ সোধাই থাকিবলৈ আজ্ঞা দি পাটকাই পালে হি। তাতে নগাৰে ৰণ হলত, নগাৰ চাঙ্গে সৈতে গৰকি জিকি নামৰূপ পালে হি। তাতে এবছৰ থাকি, তিপাম, সলগুৰি, হাবুং, শিমলুগুৰি এইবিলাক ঠায়ে ঠায়ে দুই তিনি বছৰকৈ থাকি, সেই সেই ঠাইৰ নীতিধাৰা বুজি চৰাইদেওত নগৰ কৰিলে। ১১৬৪

শঁকত তেওঁ মটকৰ বদৌচা ৰজা আৰু বৰাহীৰ থাকুম্থা ৰজাৰে মিত্ৰতা কৰি, তেওঁবিলাকক মিলেৰে বশ কৰিলে। পাচে ১১৭৩ শঁকত মটকবিলাকক থৰিভাৰী, বাৰীচোৰা এনে ললে। এই মটককে মৰাণ বোলে। বৰাহীবিলাকক কাঠকটীয়া চাংমাই, বান্ধনি চাংমাই, ভঁড়ালী, জৰাধৰা বেজ, কুকুৰাচোৰা এনে বনুৱা কৰি ললে। বৰাহীবিলাকে কোৱাকুই কৰে, "এই ৰজা প্ৰজাবিলাক আহি ছলেৰে আমাক বনুৱা কৰি ললে। ইহঁত সামান্য নহয়, দেৱতাৰ অংশৰ মানুহ। ইহঁতৰ সম কোনো নাই, ইহঁত অসম মানুহ।" তেতিয়াৰেপৰা ৰজা আৰু লগত অহা প্ৰজাবিলাকৰ অসম নাম খ্যাত হল। সেই কথাৰেপৰা অসমৰ দেশ হল। **

---

## আসামৰ মিশ্যনাৰি ইতিহাস।

১৮৩৬ চনৰ মাৰ্চ্চ মাহৰ ২৩ তাৰিখে আমেৰিকাৰ দিক্ষা-দিওঁতা পাদুৰি সমাজৰ * সভ্য ব্ৰাওন আৰু কটৰ চাহাব † মান দেশৰপৰা আহি সদিয়াত ভৰি দিয়ে। কলিকতাৰপৰা আহোঁতে বাটত তেওঁবিলাকৰ ৪ মাহ লাগে। জুন মাহত সদিয়াত এটা পঢ়াশালি পতা হয়। সেই বছৰৰে আক্তোবৰৰ ১৭ তাৰিখে, টমাচ আৰু ব্ৰন্সন চাহাবে ‡ লগত সৰঞ্জাম আদি লৈ বোষ্টন § নগৰৰপৰা সপৰিবাৰে ৰাওনা হৈ, ১৮৩৭

---

** ভাষাৰ অলপ লৰচৰ কৰি, তামুলী ফুকনৰ আসাম-বুৰঞ্জীৰপৰা তোলা হৈছে।

* American Baptist Missionary Union.

† The Rev. Messrs. Brown and Cutter.

‡ The Rev. Messrs Thomas and Bronson.

§ Boston.

চনৰ জুলাইৰ ১৭ তাৰিখে, টমাচ চাহাবত বাজে বাকি কেই জনে সদিয়া পায় হি। বৰ দুখৰ কথা, নৈৰ পাৰৰপৰা এজোপা গছ তেওঁৰ নাওখনত পথালিকৈ পৰাত, সদিয়াৰ নামত টমাচ চাহাবে স্বৰ্গযাত্ৰা কৰে। অসমীয়া আৰু খামতি দুয়ো ভাষাত অনেক কিতাপ আৰু অনুবাদ-পুথি ৰচা হয়। ১৮৩৯ চনত খামতিবিলাকেৰে বিবাদ হল। সেই বিবাদতে অনেক খামতিৰ গাম মৰা পৰে, আৰু খামতিবিলাকে পলাই পত্ৰং দিলে। তেতিয়াই মিশ্যনাৰিবিলাকে সদিয়া এৰি আহে। ১৮৪১ চনত প্ৰথম অসমীয়া ধৰ্ম্মান্তৰগামীক দীক্ষিত কৰা হয়। ব্ৰন্সন চাহাবে কিছু দিন জয়পুৰত ঠাই লৈছিল। ১৮৪০ চনত তেওঁ তাৰপৰা নগা-হিললৈ উঠি যায়। ১৮৪০ চনৰ মেইৰপৰা চাইৰচ্ বাৰ্কাৰ * চাহাবে জয়পুৰত থাকি কাম কৰি ১৮৪১ চনৰ মেইত শিৱসাগৰলৈ যায়। ১৮৪১ চনৰ মেই মাহত ব্ৰাওন আৰু বাৰ্কাৰ চাহাবে শিৱসাগৰত, আৰু সেই চনৰে আক্তোবৰ মাহত ব্ৰন্সন চাহাবে নগাওঁত মিশ্যনাৰি কুঠি পাতে।

১৮৪৩ চনত গুৱাহাটীত কুঠি হয়। সেই বছৰতে নগাওঁত এটা মাউৰা-ঘৰ পতা হয়, কিন্তু সি সৰহ দিন থাকিবলৈ নেপালে। ১৮৪৭ চনত আৰু দুজন পাদুৰি আহিল, আৰু তেতিয়া কাম আগতকৈ বহুত বলী হল। ১৮৪৮ চনত বাইবেলৰ উত্তৰকাণ্ডৰ অসমীয়া ভাঙ্গনিৰ দ্বিতীয় তাঙ্গৰণ, আৰু ১৮৫০ চনত তৃতীয় তাঙ্গৰণ প্ৰকাশিত হয়। ১৮৫১ চনত তিনিওটা কুঠিলৈ নতুন পাদুৰি অনা হয়, আৰু তিনটা বেলেগ

---

* The Rev. Cyrus Barker.

গিৰ্জ্জাঘৰ সজা হয়। ১৮৫৭ চনত মৰিয়া পৰি অনেক মিশ্যনাৰি দেশলৈ উভতি গল, আৰু তেতিয়া খ্ৰীষ্ট-গিৰ্জ্জাৰ স্থাপন কমে। কিছু দিনৰ পাচতে আকৌ আন আন মিশ্যনাৰি আহি, প্ৰবল-ৰূপে কাৰ্য্য চলাবলৈ ধৰিলে।

মিশ্যনাৰিবিলাকে ১৮৪৩ চনত অৰুণোদয় নামেৰে এখনি ধৰ্ম্মকাকত উলিয়ায়, আৰু তাক ১৮৮০ চনলৈকে চলাই থাকে। এই কাকতে ইমান নাম কৰিলে যে, আজি কালিও গাৱঁলীয়া মানুহে যেই সেই বাতৰি কাকতকে অৰুন্দয় বোলে। অৰুন্দয় অৰুণোদয়ৰ অপভ্ৰংশ মাত। ১৮৭৬—৮০ চনলৈকে গৰ্ণি * চাহাব অৰুণোদয়ৰ সম্পাদক আছিল। ব্ৰন্সন চাহাবে ১৮৬৬ চনত তেওঁৰ অসমীয়া অভিধানটি লিখি শেষ কৰে। বৰ দুৰ্ভাগ্য আৰু বেজাৰৰ কথা, এইটিয়েই আমাৰ প্ৰথম আৰু শেষ অসমীয়া অভিধান হল। এই মহাত্মা-পুৰুষ ১৮৮৩ চনত আমেৰিকা ৰাজ্যত স্বৰ্গী হয়।

কোৱা বাহুল্য মাথোন, মিশ্যনাৰিবিলাকেই প্ৰথমে আমাৰ দুখীয়া অসমীয়া ভাষাক জীৱন দিয়ে। পৰোপকাৰেই তেওঁবিলাকৰ মূল-মন্ত্ৰ। তেওঁবিলাকে অসমীয়াৰ যি মহৎ উপকাৰ কৰিলে, তাৰ ধাৰ শুজিব নোৱাৰি। সকলো অসমীয়াই কৃতজ্ঞ হৈ তেওঁবিলাকক দেৱতা-স্বৰূপে পূজা কৰোক। ঈশ্বৰৰ ৰাজ্যত অগুণকাৰীৰ সুগতি নাই।

---

* The Rev. A. K. Gurney.

---

সম্পূৰ্ণ।